প্ৰথম প্ৰকাশ
২৫ জুলাই, ১৯৬০ চন

দাম—৪'৫০ নঃ পঃ

# বৰলা ভৰন

অতুল চক্ৰবৰ্ত্তী



নৱম প্ৰকাশ

# বৰলা ভুৱন

গিলাচটোত থকা তৰল পদাৰ্থখিনি চাই অজয়ে আকৌ এবাৰ হাঁহিলে। এৰা, এনে জীৱনেই ভাল লাগে তাৰ! চিন্তা নাই, ভাবনা নাই। দিনৰ দিনটো গাড়ী চলাইছে আৰু গধূলি হলে মদ খাই আনন্দত মতলীয়া হৈ পৰিছে। তাৰ মনৰ অশান্তি আঁতৰি গৈছে। পূৰ্ণ শান্তি নেপালেও নানা ৰকমৰ চিন্তাই তাক জুমুৰি দি ধৰিব নোৱাৰে এতিয়া। এইবোৰৰ পৰা সি মুক্ত।

ঘৰলৈ তাৰ মনত পৰে। অকলশৰীয়া মাকজনীৰ কথা ভাবিলে তাৰ বুকুখন বিষাই যায়। চঞ্চল হৈ পৰে সি। মাকৰ শুকান মুখখন তাৰ আগত ভাঁহি উঠে। মাকৰ লগে লগে গাওঁবুঢ়াৰ কথা তাৰ মনলৈ আহে। খঙত তাৰ মূৰ গৰম হৈ উঠে। কিন্তু পিচ মুহূৰ্ত্ততে সি শান্ত হৈ পৰে অস্বাভাবিক ভাবে। মতি ড্ৰাইভাৰলৈ তাৰ মনত পৰে। মতি ড্ৰাইভাৰে তাক বুজাইছিল, কাৰো ওপৰত খঙ নকৰিবলৈ। মানুহে মানুহৰ বিচাৰ কৰিব নোৱাৰে। মানুহৰ ওপৰত এজন ভগৱান আছে। তেওঁ সকলো চাই আছে। তেওঁ থাকোঁতে অজয়ে গাওঁবুঢ়াৰ ওপৰত প্ৰতিশোধ লবলৈ যাব কিয়!

অজয় শান্ত হৈ পৰে। মতি ড্ৰাইভাৰৰ কথাবোৰে তাৰ মনত আঘাট কৰে। সঁচা! মানুহৰ ওপৰত মানুহে প্ৰতিশোধ লব নোৱাৰে।

সকলো পাহৰি পেলাবলৈ মেজৰ ওপৰত থকা গিলাচটো তাৰ পূৰ্ঠ ওঠ ছুটাৰ মাজত লগাই ধৰে। লাহেকৈ এঢোকা খাই গিলাচটো আকৌ নমাই থয়। মনটো অলপ পাতল পাতল লাগে। যেন, ছুখ ভাগৰ সকলো আঁতৰি গৈছে।

সি ড্ৰাইভাৰ। গাড়ী চলোৱাই তাৰ কাম। দিনত সি গাড়ী চলায়। ৰাতি হলে মদ খায়। দিনটোৰ দুখভাগৰবোৰ গা'ৰ পৰা খহি পৰে। বেচ্ সুখৰ জীৱন। সি সুখতেই আছে। কোনো দুখ নাই। কষ্ট ও নাই। কোনোৱেও তাক এতিয়া জাৰজ বুলি বিদ্ৰূপ কৰিবলৈ নাহে।

জাৰজ! অজয় জাৰজ। মানুহে তাক জাৰজ বুলি ইতিকিং কৰে।

অসম্ভৱ! সি কেতিয়াও জাৰজ হব নোৱাৰে। তাৰ মাক ইমান নীচ নহয়। তাৰ দেৱীসমা মাকে কেতিয়াও জাৰজ সন্তান গৰ্ভত ধাৰণ নকৰে।

ভাবোঁতে ভাবোঁতে তাৰ সন্মুখৰ সকলোবোৰ এন্ধাৰ হৈ আহে। কুঁৱলীৰ মাজেৰে সি দেখিবলৈ পায় গাৱঁত থকা তাৰ সৰু ঘৰটো। নিতান্ত সৰু ঘৰ এটা। ঘৰটোৰ গাতে লগা ছুজোপা কলগছ। আৰু একো নাই। ঘৰৰ ভিতৰত ছুজন মানুহ। সি আৰু মাক।

তাৰ পিচত তাৰ চকুৰ আগত ভাহি উঠে চকুপানীৰে ভৰা মাকৰ কৰুণ মুখখন। তাক বিদায় দিবলৈ মাকৰ সত যোৱা নাছিল। ঘৰৰ পৰা নেযাবলৈ তাক বুজাইছিল। সি কিন্তু নুশুনিলে। মাকৰ কোনো কথাকেই নুশুনি সি গুচি আহিল ইয়ালৈ।

ঘৰ এৰি আহিও সি শান্তি পোৱা নাই। বাৰে বাৰে মনত পৰিছে মাকলৈ। মাক বা কেনেকৈ আছে।

সি বাৰু কিয় আহিল। মাকে তো তাক যথেষ্ট মৰম কৰিছিল। আহিবৰ সময়ত মাকে জানো কম কান্দিছিল।

আৰু এঢোক খাই লয় সি। এইবাৰ সকলো কথাই স্পষ্ট ভাবে তাৰ মনত পৰিবলৈ ধৰে।

সেইখন ঘৰতে তাৰ জন্ম হৈছিল। ঘৰত মাথো তাৰ মাক। দেউতাকৰ কথা সি কব নোৱাৰে। অলপ ডাঙৰ হোৱাত সি গাৱঁৰে প্ৰাইমেৰী স্কুলখনত পঢ়িবলৈ ললে।



ৰাতিপুৱা সি স্কুললৈ যায়। স্কুল চুটি হোৱাৰ লগে লগে ঘৰলৈ দৌৰ দিয়ে। ঘৰ সোমায়েই তাৰ কাৰণে বাট চাই থকা মাকৰ কোলাত মূৰটো গুজি কয়—'খাবলৈ দে মা, মোৰ ভোক লাগিছে।' আথে বেথে মাকে তাক খাবলৈ দিয়ে। তাৰ পিচত সি ওলাই যায়। কেতিয়াবা স্কুলৰ পৰা আহি মাকৰ লগত আন এজন মানুহ বহি থকা দেখে। সেই মানুহজনে তাক মৰম কৰে। কোলাত লৈ চুমা খায়। বিস্কুট খাবলৈ দিয়ে। সেই কাৰণে মানুহজন আহিলে সি ভাল পায়।

লাহে লাহে সি ডাঙৰ হৈ আহিল। প্ৰাইমেৰী স্কুলৰ দেউনা-খনো পাৰ্ হল। মাকে তেতিয়া তাক চহৰলৈ গৈ হাইস্কুলত পঢ়াৰ কথা কলে। চহৰলৈ যাবলৈ কোৱাত সি ভালেই পালে। সি পঢ়িব। খুব ডাঙৰ মানুহ হব। পঢ়া শেষ হলে চহৰতে এটা চাকৰি পাব। তাৰ পিচত সি মাককো লৈ যাব তালৈ।

চহৰলৈ যোৱাৰ আগদিনা তাৰ মনটো হঠাতে বেয়া লাগি যায়। গাৱঁত তাৰ জন্ম। সৰুৰেপৰা এই গাওঁখনতে সি আছে। এদিনৰ কাৰণেও গাৱঁৰ বাহিৰলৈ যোৱা নাই। কালিলৈ সি চহৰলৈ গুচি যাব। আৰু কেতিয়াবা আহিব পাৰিব জানো! সি ঘৰৰপৰা ওলাই, লাহে লাহে বহল পথাৰৰ মাজৰ সুৰসুৰীয়া আলিটোৰে আগবাঢ়িবলৈ ধৰিলে।

আঘোনৰ বেলি ৰঙা হৈ উঠিছে। ৰঙা বেলিৰ ৰঙা ৰহন পৰি পকা ধানবোৰ জিকমিকাই উঠিছে। সি ক্ষন্তেক থিয় হৈ চাই থাকিল। মানুহবোৰ ধান কটাত ব্যস্ত। দূৰত সোৱা দাৱনীৰ জাক। তেওঁলোকৰ হাত মনিব নোৱাৰি। ঘৰৰ লখিমীয়ে পথাৰৰ লখিমীক আদৰি লোৱাত ব্যস্ত। সি আকৌ আগবাঢ়ি গ'ল। এইবাৰ সি সিহঁতৰ খেলা পথাৰখন পালে। এইখন পথাৰতে তাৰ লগৰীয়াবোৰে ৰবাৰ টেঙাৰ বল খেলিছিল। সি ওচৰত থিয় হৈ চাই আছিল। খেলিবৰ ইচ্ছা আছিল যদিও তাক কোনেও খেলিব দিয়া নাছিল। দেউতাকৰ নাম কব নোৱাৰিলে বোলে, সি সিহঁতৰ

লগত খেলিব নোৱাৰে। খেলিব নিদিলেও সি থিয় হৈ চাই আছিল। সিহঁতে ভাল খেলে। সি ও খেলিব এদিন, তাৰ দেউতাক যিদিনা আহিব। খুব খেলিব। দেউতাকে আনা বিস্কুট তাৰ লগৰীয়াবোৰৰ মাজত ভগাই দি কব, 'মোৰ দেউতা আহিছে।' সিহঁতে যদি নাম সোধে। নামটোও কৈ দিব। দেইতাকক সুধি লব, তেওঁৰ নাম কি। তাৰ পিচত সি ও সিহঁতৰ এজন হৈ যাব।

কালি সি চহৰলৈ যাব। খেলা পথাৰখনত খেল চলিয়ে থাকিব। কিন্তু সি কাষত থিয় হৈ নেথাকিব। গাৱঁৰ পৰা ৰবাব টেঙা চুৰ হব। চুৰি হোৱা ৰবাব টেঙা খেল পথাৰত দৌৰিব। তাৰ পিচত কোনোবা এজনৰ ভৰিৰ কোবত হয়তো টেঙাটো নোহোৱা হৈ যাব। আন এজন দৌৰিব টেঙা অনাৰ কাৰণে। কি আনন্দ!

সি জানো আকৌ আহিব পাৰিব খেল পথাৰলৈ। চহৰে আহিব দিব জানো তাক। আহিব নিদিলেও সি জোৰকৈ আহিব। স্কুল বন্ধ হলেই সি গুচি আহিব ঘৰলৈ। ঘৰত মাকক সেৱা জনাই পোনেই দৌৰ দিব খেল পথাৰলৈ। চহৰত সি বল খেলাৰ কায়দা কিছুমান শিকি আহিব। গাৱঁলৈ আহি সেই কায়দাবোৰ সি তাৰ লগৰীয়াবোৰক শিকাব। গ'ল দিবলৈ সি এতিয়াই পাৰে। কোনোদিনে খেলিবলৈ নেপালেও তাৰ বিশ্বাস, সি গ'ল দিব পাৰিব। চহৰত শিকি আহিলেতো কথাই নাই। খেল পথাৰৰ ইমূৰে বলটো লৈ চকুৰ পচাৰতে গৈ সিমূৰে সি গল দি আহিব। তেতিয়া তাক সকলোৱে ভাল বুলিব। আগৰ দৰে খেল চাই থাকিব নেলাগে। তেতিয়া সি নিজে খেলিব। আন মানুহে চাব।

চহৰৰ মানুহে খেলিব জানে। যোৱা বেলি সিহঁতৰ গাওঁৰ পৰা তিনিমাইলমান দূৰত এখন খেল হৈছিল। চহৰৰ মানুহ খেলিবলৈ আহিছিল। গা'ৰ চোলাবোৰ যে কি ধুনীয়া! ভৰিত কিবা কিবিবোৰ পিন্ধিছেও। তেওঁলোকে বল পালে বৈ নেথাকে। তৎক্ষণাৎ গৈ গলটো দি আহে, যেন গলটো দিবলৈহে তেওঁক বলটো দিছিল। তাৰ খুব ভাল লাগিছিল তেওঁলোকক। তেওঁলোকৰ



বলটোও ডাঙৰ। মৌজাদাৰৰ ঘৰৰ চালত ওলমি থকা পকা ৰঙা লাউটোৰ দৰে। সি প্ৰথমে সেইটো ৰঙা লাউ বুলিয়ে ভাবিছিল। তেওঁলোকে মৌজাদাৰৰ ৰঙালাউটোকে চুৰ কৰি আনি খেলিবলৈ লোৱা বুলি তাৰ খঙো উঠিছিল। মৌজাদাৰৰ বস্তু চুৰি হোৱা সি ভাল নেপায়। আনৰ বস্তু চুৰি হলেও মৌজাদাৰৰ বস্তু চুৰি হব নেলাগে। তেওঁ যে ডাঙৰ মানুহ। এটা হাতী ও আছে। গৰু ছাগলী যে কিমান আছে মৌজাদাৰৰ ঘৰত। ইমান ডাঙৰ মানুহ এজনৰ ঘৰৰ পৰা ৰঙালাউ চুৰি কৰি আনি খেলিলে কোনে সহ্য কৰিব। সি আজি নিশ্চয় মৌজাদাৰক কৈ দিব। তাক ভিতৰলৈ যাব দিব জানো! জানোচা দুৱাৰ মুখৰ পৰাই খেদি দিয়ে। মৌজাদাৰক কব নোৱাৰিলেও সি বিপিনকে কব। বিপিনে গৈ দেউতাকক কব। তাৰ পিচত চহৰৰ মানুহবোৰে ৰঙালাউ চুৰ কৰাৰ মজা পালি ভালদৰেই পাব।

যদি বিপিনে তাৰ কথা বিশ্বাস নকৰে! চহৰৰ মানুহৰ তেওঁলোকৰ ঘৰলৈ অহা-যোৱা আছে। চহৰৰ খুব ডাঙৰ ডাঙৰ মানুহবোৰ চাইকেলেৰে তেওঁলোকৰ ঘৰলৈ আহে। কেতিয়াবা দুই এদিন থাকে। তাৰ পিচত গুচি যায়। মানুহবোৰ বৰ ধুনীয়া। গা'ৰ চোলাবোৰো ভাল। সকলোতকৈ তেওঁলোকে উঠি অহা চাইকেল কেইখনহে তাৰ ভাল লাগে। তেওঁলোক অহা গম পালেই সি পিচে পিচে যায়। চাইকেল কেইখন পদূলিমুখত থৈ তেওঁলোক ভিতৰ সোমালেই সি গৈ নিচেই ওচৰত বৈ থাকে। চাইকেল হাতেৰে চুই চাবৰ কাৰণে তাৰ বৰ হেপাহ। কিন্তু সুবিধা কোনো দিনেই নোলায়। ঘৰৰ এজন নহয় এজনে দেখেই সি চাইকেলৰ ওচৰত বৈ থকা। তাৰ পিচত ধমক খাই সি পলাবলৈ বাধ্য হয়।

এদিন কিন্তু সি বৰ ডাঙৰ সুবিধা এটা পাইছিল। চহৰৰ পৰা তিনিজন ভাল মানুহ মৌজাদাৰৰ ঘৰলৈ আহিছিল। তেতিয়া দুপৰীয়া সময়। সি তেওঁলোকৰ পিচে পিচে গৈ পদূলিমুখৰ কাষতে থকা বকুল গছজোপাৰ পিচপিনে কোনেও নেদেখাকৈ বৈ থাকিল।

তেতিয়া বাহিৰত কোনো নাছিল। মাথো বকুলগছজোপাৰ তলত হাতীটোৱে কলগছ খাই আছিল। সি ইফালে সিফালে চাই চাইকেলৰ কাষ পালেগৈ। ওচৰ পাওঁতে তাৰ হাতীটোলৈ চকু গ'ল। সি আকৌ উভতি আহিল। হাতীটোৱে যদি লগাই দিয়ে সি চাইকেল চুৰাৰ কথা! তেতিয়া কি হব!

সি ঘৰলৈ ঘূৰি যোৱাৰ কথা ভাবিলে। মাকে কিজানি তাৰ কাৰণে বৈ আছে। তাৰ ভোক লাগিছিল। চাইকেল চুৰাৰ আশা বাদ দি সি ঘৰমূৰা হ'ল। অলপ দূৰ গৈয়েই সি আকৌ বৈ গ'ল। চুই যাব পাৰিলে ভাল আছিল। এনে সুবিধা সি পাব জানো কেতিয়াবা। হাতীটোক যদি সি বুজাই কয়, তেওঁলোকক লগাই নিদিবলৈ। সি গৈ হাতীটোৰ ওচৰ পালে। হাতীটোৱে শুৰডাল তাৰ পিনে আগবঢ়াই দিলে। সি শুৰডালত হাতখন দি কলে—'তই ন কৰি দেই। মাথোন এবাৰ চুই যাম। মই চাইকেল চুই পোৱা নাই নহয়।' হাতীটোৱে শুৰডাল তললৈ নমাই আনিলে। সি চাইকেলৰ ওচৰলৈ গৈ হাতখন আগবঢ়াই দিয়াৰ লগে লগে চৰ এটা আহি তাৰ গালতে পৰিল। সি ঘূৰি চাই বিপিনক দেখিলে। সি ঘৰলৈ আহিল। চৰ খোৱাৰ কাৰণে তাৰ দুখ নাই। বহুতো চৰ খালে সি জীৱনত। বিপিন তাৰ বন্ধু। তাতে আকৌ মৌজাদাৰৰ ল'ৰা। সি চৰ মৰা কাৰণে দুখ পাব কিয়। তাৰ দুখ, মাথোন অলপৰ কাৰণে সি চাইকেল চুব নোৱাৰিলে।

বলটো খেলপথাৰৰ ইমূৰৰপৰা সি মূৰলৈ দৌৰিব ধৰিছে। তাৰ পিচে পিচে দৌৰিছে পখৰা চোলা পিন্ধা মানুহবোৰ। তাৰ হাঁহি উঠিল। এই স্ফূৰ্ত্তি এতিয়াই নোহোৱা কৰি দিব মৌজাদাৰে। সি বলটো খেলপথাৰৰপৰা বাহিৰলৈ অহাৰ কাৰণে বাট চালে। বাহিৰ হৈ আহিলেই সি পোনে পোনেই মৌজাদাৰৰ ঘৰলৈ লৈ যাব। তাৰ পিচতহে অন্য কথা। বলটো কেবাবাৰো বাহিৰ



ওলাল যদিও তাৰ কাষত নপৰিল। সি বৈ থাকিল। এনেতে এজনে খুব জোৰেৰে লথিয়াই দিওঁতে বলটো তাৰ কাষেৰে দৌৰি গৈ বহুত দূৰত পৰিল। সি ইফালে সিফালে চাই বলটোৰ পিচে পিচে দৌৰ দিলে। সি ভাবিছিল তাৰ পিচে পিচে আন মানুহবোৰো তাক ধৰিবৰ কাৰণে দৌৰিব বুলি। বলটোৰ ওচৰ পাই সি দেখিলে, আন মানুহবোৰে তালৈ চাই আছে। সি বলটো তুলি লৈ দেখে, এইটো এটা বলেই, ঠিক সিহঁতে খেলা ৰবাব টেঙাটোৰ নিচিনা। মৌজাদাৰৰ ঘৰৰ ৰঙালাউ নহয়। সি বলটো ঘূৰাই দিলে।

চহৰত সি ইমান ডাঙৰ বল খেলিব পাৰিব জানো! তাৰ ভয় লাগিল। বলটো যিমান ডাঙৰ তাৰ ভৰি বিষাই যাব। তাত বা আৰু সৰু লৰা আছে নে নাই। চহৰত যদি সৰু ল'ৰা নাই তাৰ বিপদেই হ'ব। চহৰৰ সৰু ল'ৰা সি দেখা নাই। মৌজাদাৰৰ ঘৰলৈ অহা মানুহবোৰ সকলো ডাঙৰ। তেওঁলোকৰ ভৰিবোৰো বৰ ডাঙৰ ডাঙৰ। তেওঁলোকৰ লগত খেলিব পাৰিব জানো সি। খেলিব নোৱাৰিলেও সি খেলৰ কায়দাবোৰ শিকি লব। যদি চহৰত সৰু ল'ৰা আছে তেনেহলে তাত ৰবাব টেঙাও আছে। ৰবাব টেঙা নহলে সৰু লৰা কেতিয়াও থাকিব নোৱাৰে।

সি চহৰৰপৰা গাওঁলৈ অহাৰ পিচতো যদি তাৰ দেউতাক নাহে। যদি কোনো দিনেই নাহে? তাক খেলিব দিব জানো! নহয়, তাৰ দেউতাক আহিবই। নহাকৈ থাকিব নোৱাৰে। দেউতাক আহিলেই সি খেলিবলৈ পাব।

সি মনৰ ভিতৰতে খেল পথাৰখনক কলে, 'যাওঁ দেই। বেয়া নেপাবি। আকৌ আহিম। এইবাৰ আহি তোৰ কোমল বুকুৰ ওপৰত ময়ো দৌৰিম। দেউতাকো লৈ আহিম ইয়ালৈ। দেউতাক তয়ো দেখা নাই নহয়। পিচত চাবি দেই।' সি হাত দুখন লগ লগাই খেলপথাৰখনক সেৱা এটা কৰি, ওচৰতে থকা বিলখনৰ পিনে আগবাঢ়ি গ'ল।

এইখন বিল সিহঁতৰ গাওঁৰে। খুব মাছ আছে ইয়াত। গাৰঁৰ

মানুহে কেতিয়াবা লগ হৈ মাছ মাৰে। সদায় নেমাৰে। সদায় মাৰি থাকিলে মাছ ক'ৰপৰা বেচি হব। বিলৰ বুকুত বাঁহৰ আগ আৰু গছৰ সৰু ডালবোৰ পেলাই থোৱা আছে। এইদৰে তেওঁলোকে 'শাই' দিয়ে। শাই নহলে মাছ নেথাকে। শাই মাছৰ প্ৰধান আশ্ৰয়।

সি গৈ বিলৰ কাষ পালে। বিলৰ পাৰত তেতিয়া বগা বগা বকবোৰে ৰ'দ লৈ আছিল। আঘোণৰ ৰ'দ। মাছৰ হেপাহ এৰি বকেও ৰ'দ লৈছে। সি বককেইটাৰ কাষতে থিয় দিলে। তাক দেখি বকবোৰে ভয় নেখালে। জুপুকা মাৰি সিহঁত বহি থাকিল। বিলৰ পানী টলবলাব লাগিছে। ডাঙৰ মাছে উশাহ ললে বিলৰ পানী লৰি উঠে। মাছটো দেখা পাব বুলি সি একেবাহে পানীলৈ চাই থাকিল।

বিলৰ পানী, ৰঙা বেলিৰ বেকাঁ হৈ অহা ৰশ্মি পৰি জিল্-মিলাইছে। সি, এইবাৰ আৰু অলপ আগবাঢ়ি গৈ একেবাৰে বিলৰ পাৰত থিয় দিলে। বিলৰ পানীত তাৰ প্ৰতিবিম্বটো জিলিকি উঠিল। সি, সেইদৰে কিছুপৰ থিয় হৈ থাকি ঘূৰিবলৈ মন কৰিলে। বিলৰ পানী অলপ হাতত লৈ অজয়ে কলে—'খং নকৰিবি দেই। একেলগে ইমান দিন আছিলোঁ। কালি চহৰলৈ যাম গৈ। তোৰ বুকুত বৰশী বাবলৈ কালিৰপৰা আৰু নেপাম। সেয়েহে মোৰ দুখ লাগিছে। চহৰৰপৰা আহি দেউতাকো তোক দেখুৱাবলৈ ইয়ালৈকে লৈ আহিম। এতিয়া যাওঁ দেই।' হাত দুখন জোৰ কৰি মনে মনে মনে সেৱা এটা কৰি সি আগবাঢ়িবলৈ ধৰিলে। অলপ দূৰ গৈয়েই সি তাৰ লগৰীয়াবোৰক লগ পালে। প্ৰত্যেকৰ পৰা বিদায় লৈ সি, মৌজাদাৰৰ পদূলিমুখত বান্ধি থোৱা হাতীটোৰ কাষ পালেগৈ। হাতীটোৱে শুৰডাল তাৰ পিনে আগবঢ়াই দিলে। সি শুৰডাল তাৰ কপালত লগাই দি কলে—'যাওঁ দেই। আকৌ আহিম নহয়। তই কান্দি নেথাকিবি। এইবাৰ আহি দেউতাই অনা বিস্কুট তোকো খাবলৈ দিম। দেউতাকো তোৰ কাষলৈ লৈ



আহিম। যাওঁ দেই।' সি ভাবিলে, আৰু কাক মাত লগাবলৈ আছে। ধাননি পথাৰ, খেল পথাৰ, বিল, বক, লগৰীয়াসকলক আৰু হাতীটোক মাত লগোৱা হ'ল। আৰু! ও, ভুতুপেহীহঁতৰ মেকুৰীপোৱালীজনীক মাত লগোৱা নহল নহয়। সি পাহৰিয়ে আছিল। মাত নলগোৱাকৈ গুচি গলে তাই কান্দি মৰিলেহেঁতেন! একোকে নেখালেহেঁতেন হয়তো তাৰ ওপৰত অভিমান কৰি। সি মেকুৰী পোৱালীজনীক মাত লগাবলৈ গ'ল। তাই চোতালত ৰ'দ লৈ আছিল। অজয় কেতিয়া পদূলিমুখ পাইছিলগৈ তাই দেখা পোৱা নাছিল। সি মুখেৰে তাইৰ চিনাকি শব্দ এটা কৰি দিলে। তাই পদূলিমুখলৈ চাই তাক দেখি লৰ দিলে। অজয়ে তাইক কোলাত তুলি লৈ তাইৰ মূৰত চুমা এটা খাই কলে—'যাওঁ দেই সোণ! তই কান্দি নেথাকিবি। চহৰৰপৰা তোৰ কাৰণে বহুতো বস্তু আনিম। দেউতাকো লৈ আহিম।' সি তাইক এৰি দি ঘৰমুৱা হ'ল।

তেতিয়া তাৰ মূৰৰ ওপৰত দুপৰীয়াৰ চোকা ৰ'দ। মাকে বকিব বুলি তাৰ ভয় লাগিছিল। মাকে কিন্তু তাক একোকে কোৱা নাছিল। মাত্ৰ গামোচা খনেৰে তাৰ ঘামত তিতি উঠা মুখখন মচি দি বুকুৰ মাজলৈ টানি আনি মৰম কৰিছিল।

তাৰ চকুদুটা সেমেকি উঠিছিল। মাকৰো।

শুকাই যোৱা অতীতটোৰ বহুত কথাই তাৰ মনত পৰে। সেইবোৰ মনলৈ আহিলে দুখ লাগে। হুক্‌হুক্‌কৈ কান্দি পেলাবৰ মন যায়।

যাত্ৰা কৰা দিনটোৰ কথা আজিও তাৰ মনত পৰে। পোহৰ তেতিয়াও ভালকৈ হোৱা নাছিল। মাকে চাকি জ্বলাই তাৰ কাৰণে ভাত ৰান্ধিছিল। টোপনি ভাগিছিল যদিও বিছনাখনত সি এনেয়ে পৰি আছিল। চাকিৰ মৃদু পোহৰত মাকৰ মুখখন সি স্পষ্ট দেখিবলৈ পাইছিল। চকুদুটা তিতি থকাও তাৰ চকুত পৰিছিল। সি

গাৰুটোত মুখখন হেঁচি ধৰিছিল। খুব জোৰেৰে। তাৰো দুখ লাগিছিল। গাৰুটো তিতি গৈছিল।

তাৰ পিচত মাকে তাক ভাত খাবলৈ মাতিছিল। শান্ত লৰা এটিৰ দৰেই সি মাকৰ গাতে গাটো লগাই ভাত খাবলৈ বহিছিল। ভাত খাই থাকোঁতে মাকে তাক বুজাইছিল, কাৰো লগত কাঁজিয়া নকৰিবলৈ, সকলোৰে লগত মিলি থাকিবলৈ। সি তলমূৰকৈ শুনি গৈছিল।

কাপোৰ পিন্ধিব ধৰোঁতে গাওঁবুঢ়া আহিছিল। সিহঁতৰ ঘৰলৈ যোৱা মানুহজনেই যে গাওঁবুঢ়া, সি পিচত জানিছিল। মাকে গাওঁবুঢ়াকো চাহ দিছিল।

অলপ পিচত সিহঁত বাহিৰলৈ ওলাই আহিছিল। গাওঁবুঢ়াই খৰি আৰু চাউলৰ ভাৰখন কান্ধত লৈছিল। গাওঁবুঢ়া আগবাঢ়িছিল। সি তেওঁৰ পিচ লৈছিল।

আকাশৰ তৰাবোৰে তেতিয়াও জিক্‌মিকাই আছিল। নীলাকাশৰ তলে তলে সিহঁত আগবাঢ়িছিল। জোনাকী পৰুৱাবোৰ উৰি ফুৰিছিল। কেতিয়াবা তাৰ গা-তো পৰিছিল। সি হাতেৰে গুচাই দিছিল।

অজয়ে চহৰত পঢ়িবলৈ ললে। চহৰত থাকি তাৰ ভালেই লাগিছে। মাজে মাজে মাকলৈ মনত পৰে। স্কুললৈ গলে কিন্তু সকলো পাহৰি যায়। ৰাতি বিছনাত শুই শুই মাকৰ কথাই ভাবে। কেতিয়াবা গাৰুটোত মুখখন গুজি কান্দেও। ৰাতিপুৱাই আহে। আকাশত বেলি ওলায়। তাৰ মনটোও লাহে লাহে শান্ত হৈ পৰে।

সময়ে সময়ে গাওঁবুঢ়াই তাৰ খবৰ লবলৈ যায়। কেতিয়াবা চাউল খৰিও অলপ অচৰপ লৈ যায়। গাওঁবুঢ়ালৈ শ্ৰদ্ধা ওপজে তাৰ। ইমান ভাল মানুহ; কিমান কষ্ট কৰিছে তাৰ কাৰণে!

দীঘলীয়া বন্ধত সি ঘৰলৈ যায়। মাক আনন্দত আপ্লুত হৈ পৰে। তাৰ পিনে একেথৰে চাই থাকে আৰু বাৰে বাৰে কোলাত সুমুৱাই লৈ চুমা খায়। তাৰ লাজ লাগে। সি যে এতিয়া ডাঙৰ হৈছে, মাকক কৈ দিবৰ মন যায় তাৰ। কিন্তু নোৱাৰে। মাকে দুখ পাব বুলি সি মনে মনে থাকে।



বন্ধ শেষ হৈ আহে। সি চহৰলৈ যাবলৈ সাজু হয়। মাকৰ মন শেঁতা পৰি আহে। যাবৰ দিনাখন বাৰে বাৰে তাক সোধে—'আৰু কিমান দিন চহৰত থাকিব লাগিব?'

—'বেচি দিন নাই মা! আৰু মাথো তিনিমাহ।' সি কয়।

চহৰলৈ গৈ সি পঢ়াত খুব মন দিলে। তিনিমাহ পিচতে প্ৰবেশিকা পৰীক্ষা। পৰীক্ষা তাৰ ভাল হবই লাগিব। তাৰ পিচত চাকৰি। চাকৰি কৰিও সি ৰাতিৰ কলেজত পঢ়িব পাৰিব। তেতিয়া সি মাককো চহৰলৈ আনিব পাৰিব। খুব কম ভাৰাত সৰু ঘৰ এটা লব। দৰমহাৰ টকা গোটেইখিনি সি মাকৰ হাততে দিব। সকলো খৰচ মাকে চলাব।

লাহে লাহে দিনবোৰ পাৰ হব ধৰিলে। এদিন দুদিনকৈ দুমাহ পাৰ হ'ল। অজয়ৰ চকুত টোপনি নাই। পৰীক্ষালৈ আৰু মাজতে এমাহ আছে। এই কেইদিন ভালকৈ নপঢ়িলে পৰীক্ষাত ভাল হোৱাৰ আশা নাই। সেয়ে হলে তাৰ সকলো আশা নষ্ট হৈ যাব।

দিনে নিশাই কষ্ট কৰোঁতে কৰোঁতে তাৰ স্বাস্থ্য পৰি আহিল। মাজে মাজে জ্বৰ উঠিবলৈ ধৰিলে। তথাপি সি পঢ়িবলৈ এৰা নাই। স্বাস্থ্যৰ প্ৰতিও কোনো লক্ষ্য নাই। কেৱল পঢ়ি গৈছে।

পৰীক্ষালৈ আৰু তিনিদিন আছে। সি সিদিনা গোটেই ৰাতিটো পঢ়ি পঢ়ি কটাই দিলে। ৰাতিপুৱা একেবাৰে অৱশ হৈ পৰিল সি। কিতাপখন জপাই থৈ সি বিছনাত বাগৰ দিলে। গোটেই দিনটো সি বিছনাৰপৰা উঠিব নোৱাৰিলে। গধূলি হল। এন্ধাৰ আহি ঘৰৰ ভিতৰ সোমাল। লেম্‌টো জ্বলাবলৈ বুলি সি উঠিবলৈ চেষ্টা কৰিলে। কিন্তু নোৱাৰিলে। সেই দৰেই পৰি থাকিল।

পিচদিনাখন দুপৰীয়া গাওঁবুঢ়া আহি পালে। অজয়লৈ তেওঁ কিবাকিবি বহুবোৰ বস্তু লৈ আহিছে। মাকে দি পঠিয়াইছে।

ঘৰ সোমায়েই গাওঁবুঢ়া আচৰিত হৈ গ'ল। তেওঁ ভাবিছিল, অজয় নিশ্চয় পঢ়াত ব্যস্ত আছে। তেওঁ মনে মনে গৈ তাক চমক খুৱাই দিব। বাহিৰত বহুপৰ বৈ থাকিও ভিতৰত মানুহ থকাৰ একো উমান নেপাই, ভাৰখন বাহিৰতে থৈ তেওঁ ভিতৰ সোমাল।

অজয়ক তেওঁ বিছনাত পৰি থকা দেখিলে। কিবা অমঙ্গলৰ আশঙ্কাত তেওঁৰ গাৰ নোম শিয়ঁৰি উঠিল। তৎক্ষণাৎ তেওঁ বিচনাৰ ওচৰলৈ গৈ অজয়ৰ হাতখনত ধৰি চালে। খুব গৰম। নিশ্চয় বেচিকৈ জ্বৰ উঠিছে। এইবাৰ তেওঁ অজয়ৰ কপালখন হাতখনেৰে পিহি পিহি মাতিলে—'অজয় ! অ' অজয়।' অজয়ৰ মাত নেপাই গাওঁবুঢ়াৰ ভয় লাগিল। তেওঁ পানীৰ কলহটো আনি লাহে লাহে অজয়ৰ মূৰত পানী ঢালিবলৈ ধৰিলে।

কিছুসময়ৰ মূৰত অজয়ৰ চেতনা আহিল। একোকে বুজি নেপাই সি চাৰিওপিনে চাবলৈ ধৰিলে। ওঁঠ দুটা অলপ লৰি উঠিল। গাওঁবুঢ়াই চামুচখনেৰে এচামুচ এচামুচকৈ তাৰ মুখত পানী দিবলৈ ধৰিলে। পানী ভিতৰলৈ যোৱাত সি অলপ সকাহ পালে।

এনেতে দুজন ল'ৰা আহিল। তেওঁলোক অজয়ৰ ওচৰতে থাকে। একেলগে পঢ়ে। এইবাৰ পৰীক্ষা দিব। তেওঁলোকে অজয়ক পৰীক্ষাৰ কাৰণে শুভকামনা জনাবলৈ আহিছিল। অজয়ৰ এই অৱস্থা দেখি তেওঁলোকৰো বেজাৰ লাগিল।

ল'ৰাদুজনক অজয়ৰ ওচৰত কিছুপৰ থাকিবলৈ কৈ গাওঁবুঢ়া ডাক্তৰ বিচাৰি গ'ল। ডাক্তৰ আহিল। ল'ৰা দুজন বহাৰপৰা থিয় হ'ল। গাওঁবুঢ়া দুৱাৰমুখতে থিয় হৈ থাকিল। ডাক্তৰ বেমাৰীৰ পিনে আগুৱাই গ'ল। কাষত থিয় হৈ তেওঁ অজয়ক ভালদৰে পৰীক্ষা কৰিলে। পৰীক্ষা কৰোঁতে ডাক্তৰৰ কপালৰ শিৰবোৰ কোঁচ খালে। ওপৰলৈ চাই তেওঁ কিবা চিন্তা কৰিলে। তাৰ পিচত গাওঁবুঢ়াক লগত লৈ বাহিৰ ওলাই আহিল।



অধৈৰ্য্যভাৱে গাওঁবুঢ়াই ডাক্তৰৰ মুখৰ পিনে চাই ৰ'ল। ডাক্তৰে গাওঁবুঢ়াৰ সোঁহাতখনত ধৰি কলে—'ঘৰলৈ লৈ যাওক। ভাল শুশ্ৰূষাৰ দৰ্কাৰ। বসন্ত ওলাইছে।' ডাক্তৰ গুচি গ'ল।

গাওঁবুঢ়া কিছুপৰ ডাক্তৰ যোৱাৰ পিনে চাই থিয় হৈ থাকিল। তাৰ পিচত লাহে লাহে ঘৰৰ ভিতৰলৈ গ'ল। অজয়ৰ মুখখন তেওঁ ভালদৰে চালে। তাৰ মুখত তেওঁ বসন্তৰ স্পষ্ট চিন দেখা পালে। ল'ৰাদুজনক কিছুসময় অজয়ৰ কাষত থাকিবলৈ কৈ তেওঁ ঘোৰাগাড়ী এখন বিচাৰি গ'ল।

অজয়ক লৈ গাওঁবুঢ়া যেতিয়া গাওঁ পায়হি, তেতিয়া ৰাতি ভালেখিনি হৈছিল। দুৱাৰমুখতে গাড়ীখন ৰখাই তেওঁ নামি গৈ অজয়ৰ মাকক মাতিলে। অজয়ৰ মাকে চাকি নুমাই শুইছিল। গাওঁবুঢ়াৰ মাতত তেওঁ সাৰ পালে। চাকিটো জ্বলাই দুৱাৰখন খুলি তেওঁ বাহিৰলৈ চালে। ইমান ৰাতি গাওঁবুঢ়াক তেওঁৰ ঘৰৰ দুৱাৰমুখত দেখি তেওঁ আচৰিত হ'ল। অলপ দূৰত এখন ঘোৰাগাড়ীও তেওঁ দেখিবলৈ পালে। তেওঁ একোকে বুজিব নোৱাৰি গাওঁবুঢ়াৰ পিনে চাই থাকিল। গাওঁবুঢ়াই আগবাঢ়ি গৈ, বসন্ত ওলোৱা কাৰণে অজয়ক লৈ অহা বুলি কলে। অজয়ৰ অসুখৰ কথা শুনি তেওঁ দৌৰমাৰি গাড়ীৰ ওচৰলৈ গ'ল আৰু তাক সাবট মাৰি ধৰি চিঞৰি চিঞৰি কান্দিবলৈ ধৰিলে। গাওঁবুঢ়া বিপাওত পৰিল। কি কৰিব, তেওঁ ভাবি নেপালে। তেওঁ বুজালে, সামান্য অসুখ। দুদিনৰ ভিতৰতে ভাল হৈ যাব। অজয়ৰ মাকৰ কান্দোন বন্ধ নহল। গাওঁবুঢ়াই যিমানে চেষ্টা কৰিলে কান্দোন বন্ধ কৰিবলৈ, তিমানে বাঢ়িহে গ'ল। তেওঁলোকৰ ওচৰৰ মানুহ-বোৰে সাৰ পাই চাকি জ্বলাই বাহিৰলৈ ওলাই আহিল। তেতিয়া গাওঁবুঢ়াই জোৰ কৰি মাকক এৰুৱাই, অজয়ক ঘৰৰ ভিতৰলৈ লৈ গ'ল। ভাৰা পোৱাৰ পিচত চহৰৰ ঘোঁৰাগাড়ী চহৰলৈ ঘূৰি গ'ল।

মাকে বিছনাখন জোকাৰি দিয়াত, গাওঁবুঢ়াই অজয়ক শুৱাই থলে। মাকে দৌৰাদৌৰিকৈ পানী অলপ গৰম কৰি তাক খাবলৈ

দিলে। কেইঢোকমান পানী খাই সি অলপ ভাল পালে। সি মাকক মাতিলে। মাকে তাৰ মূৰটো তেওঁৰ বুকুত সুমুৱাই ল'লে। লাহে লাহে তাৰ টোপনি আহিল। তেতিয়া মাকে তাক শুৱাই থৈ কাষতে বহি থাকিল। গাওঁবুঢ়াও ৰাতি ঘৰলৈ নগ'ল।

অজয় লাহে লাহে ভাল হৈ আহিল। মাক আৰু গাওঁবুঢ়াই তাৰ লগত এইকেইদিন কম কষ্ট কৰা নাই। তেওঁলোকৰ যত্নতেই অজয় ভাল হৈ উঠিল। পৰম দয়ালু ভগৱানে চকুমেলি চালে। গাওঁবুঢ়া অজয়ৰ কাষত বহি থাকে। ইবিধ সিবিধ আগবঢ়াই দিয়ে। কেতিয়াবা ৰাতি বেচি হৈ যায়। তেওঁ ঘৰলৈ যোৱাৰ নামকে নকয়। অজয়ৰ টোপনি নহালৈকে তেওঁ বহি থাকে।

এই মানুহজনৰ প্ৰতি কৃতজ্ঞতাত অজয়ৰ অন্তৰ ভৰি পৰিছে। গাওঁবুঢ়াৰ প্ৰতি তাৰ গভীৰ শ্ৰদ্ধা আহিল। নিজৰ ঘৰ-সংসাৰ, ল'ৰা-তিৰোতা থকা স্বত্বেও মানুহে কেনেকৈ আনৰ সন্তানক নিজৰ সন্তানৰ দৰে মৰম কৰিব পাৰে, অজয়ে এই প্ৰথম জানিলে।

গাওঁবুঢ়াৰ ঘৰখনত মানুহ বহুতো। ল'ৰা চাৰিজন। ডাঙৰ তিনিজনৰ বোৱাৰী আহিছে। ছোৱালী দুজনীকো বিয়া দিছে। গাওঁবুঢ়াৰ নুমলীয়া ল'ৰা বিজয়ে হাইস্কুলৰ কেই শ্ৰেণীমান পঢ়িছিল। প্ৰতিবাৰে ফেইলকৰি থকা কাৰণে যোৱা বেলি তাক স্কুলৰপৰা এৰুৱাই আনিলে। গাওঁবুঢ়াৰ মাটি বহুতো। ডাঙৰ তিনিজনে খেতি কৰে। চাকৰ দুজন ৰাখিছে। এতিয়া বিজয়েও খেতিৰ কামত ককায়েকহঁতক সহায় কৰে।

গাওঁবুঢ়া ঘৰত বেচি সময় নাথাকে। ঘৰৰ সকলো কামৰ তদাৰক কৰে তেওঁৰ ঘৈণীয়েকে।

বিজয় ঘৰখনৰে আদৰৰ। সকলোৱে তাক মৰম কৰে। ভাল কানি কাপোৰ লবলৈ তাৰ বৰ হেপাহ। চহৰত থাকোঁতে এইবোৰ শিকিলে। দিনৰ দিনটো ককায়েকহঁতৰ লগত পথাৰত থাকিলেও গধূলি ধুনীয়া কাপোৰ এজোৰ পিন্ধি সি ওলাই যায় বাহিৰলৈ।



কথা কওঁতে সি খুব কায়দা কৰিহে কয়। প্ৰতিটো শব্দ কওঁতে তাৰ মূৰৰ ভাঁজ দিয়া চুলিবোৰ কঁপি উঠে। হাঁহিলেও সি গোটেই মুখখন মেলি নিদিয়ে। মাত্ৰ দাঁত দুপাৰিহে বাহিৰ ওলায়।

চহৰত সি খুব নাম কৰিছিল। চহৰত হোৱা থিয়েটাৰবোৰত যোগ দি প্ৰশংসা লভিছিল। নিজে দুই এটা কাহিনীও লিখি দিছিল। এতিয়াও লিখা অভ্যাসটো সি এৰা নাই। মাজে সময়ে লিখি থাকে।

লিখাতকৈ বাঁহী বজাই সি ভাল পায়। বিজয়ে ধুনীয়া বাঁহী বজায়। সৰুতেই শিকিছিল। এতিয়া বেচ্ সুৰ তুলিব পৰা হৈছে। তাৰ বাঁহীৰ মনহৰি নিয়া সুৰত ষাঠিবছৰীয়া বুঢ়ীজনীৰো গা এখন দুখন কৰিব খোজে। গাৱঁৰ সকলোৱেই তাক ভাল পায়। তাক দেখিলেই এবাৰ বাঁহী বজাই শুনাবলৈ কয়। সিও তেওঁলোকৰ কথা নেপেলায়।

সি পিচে সকলোৰে কথা সমানে নুশুনে। কেতিয়াবা কাম থকা বুলি আন পিনে গুচি যায়। ছোৱালীৰ কথা হলে সি কোনো দিনে পেলোৱা নাই। সকলো কথাকে পিচ পেলাই থৈ সি বাঁহী বজাই যাব পাৰে। যদিহে শুনোতাসকলৰ বেচি ভাগেই ছোৱালী হয়।

বাঁহীটো লৈ পুখুৰীৰ পাৰত সি সদায় বহে। পানী নিবলৈ জাকে জাকে গাভৰু আহে। পানীত নামি সিহঁতে বিজয়লৈ চাই থাকে। বাঁহী বাজি থাকে। পুখুৰীৰ পানীত কলহবোৰ টলবল কৰে। কেতিয়াবা হঠাতে পিচলি পৰি কোনোবাজনীৰ পানীৰ কলহ পুখুৰীৰ মাজ পায়গৈ। কলহ নিনিয়াকৈ ঘৰলৈ গলে বকিব বুলি তাই বিজয়ক খাটনি ধৰে। বিজয়ে হাঁহি হাঁহি চোলাটো পাৰতে সোলোকাই থৈ পানীলৈ জাপ মাৰে। গাভৰুৰ মুখত হাঁহি বিৰিঙে। বুকুখন আৰু এহাত ফুলি উঠে। ধুনীয়া বিজয়টোৰ হতুৱাই কাম কৰাই লব পৰাটো কম সৌভাগ্যৰ কথা নহয়।

বিজয় মাকৰ বৰ মৰমৰ। একেবাৰে শেহতীয়া সন্তান বুলিয়েই তাক মাকে এখন্তেকো নেদেখাকৈ থাকিব নোৱাৰে। সি চহৰত

পৰি থকা কেইদিন তেওঁ ছুখেৰেই কটাব লগা হৈছিল। ৰাতি শুবৰ সময়ত সদায় মনত পৰিছিল। এতিয়া সেই ছুখ নাই। সি আগত আছে। বাচি থকা কেইদিন তাক আগত লৈ চাই থাকিব পাৰিলেই হয়। বুঢ়ীয়ে ভাবে।

বিজয়ৰ সৰু ককায়েকজনে কিন্তু তাক সমূলি দেখিব নোৱাৰে। মুখেৰে মাতে যদিওবা অন্তৰেৰে এফেৰিও ভাল নেপায়। ভাল নোপোৱাৰ অৱশ্যে কাৰণ আছে।

বিজয়ৰ সৰু ককায়েক হৰেণ তাতকৈ ছুবছৰে ডাঙৰ। দেখিবলৈ ছুয়ো একে। একেলগে থিয় দিলে হৰেণক বিজয়তকৈ সৰু যেন হে দেখি। সি অলপ ছুৰ্ব্বল। বেমাৰ-আজাৰ গাৰ পৰা নুগুচেই। ছুৰ্ব্বল হলেও সি বেচ কৰ্ম্মী। যিখিনি কৰে মনোযোগেৰে কৰে।

যোৱা আঘোণত তাৰ বিয়া হৈ গ'ল। বোৱাৰী ঘৰলৈ আহিল। গাওঁবুঢ়াই চাই চিন্তি তালৈ ভাল ছোৱালী এজনীকে বিয়া কৰাই আনিলে। এইজনী বোৱাৰীয়েকলৈ গাওঁবুঢ়াৰ বৰ চেনেহ। তাইৰ বয়সো কম। বৰ চঞ্চলা। গোটেই ঘৰখনত তাই পখিলীজনীৰ দৰে দৌৰি ফুৰে। একে ঠাইতে বহি থাকিব নোৱাৰে। বুঢ়া-বুঢ়ীক তাই বৰ ভক্তি কৰে। বুঢ়া যিখিনি সময় ঘৰত থাকে, তায়ে আলপৈচান ধৰে। বুঢ়ায়ো তাই খুন্দি দিয়া তামোল খাই ভাল পায়।

সৰু বোৱাৰীয়েকক বিজয়ে ছুদিনতে আপোন কৰি পেলালে। ঘৰখনৰ ভিতৰতে সি অলপ বেলেগ ধৰণৰ। স্বাস্থ্যও ভাল। কথা-বতৰাতো ভাল। বাঁহীও বজায় সুৰ লগায়। সৰু বোৱাৰীয়েক অহাৰ পিচৰ পৰা সি দিনৰ বেচি ভাগ সময় ঘৰতে থকা হ'ল। ৰাতিপুৱা ককায়েকহঁতৰ লগত পথাৰলৈ যায় যদিও অলপ পিচতে কিবা এটা চেলু লৈ ঘৰলৈ গুচি আহে। ঘৰ পায়েই সি পোনেই সৰু বোৱাৰীয়েকৰ কোঠালৈ গৈ তাইৰ লগত বহি থাকিব লগা হয়, আন কামবন এৰি। কেতিয়াবা তাই কিবা কৰিব লগা আছে বুলি তাৰ কাষৰ পৰা আঁতৰি গলে সি চিঞৰিবলৈ ধৰে। মাকে তাইক ধমক দিয়ে—



'যাচোন! তাৰ লগত বহি অলপ মেলকে পাতকৈ। কামবন কৰিবলৈ আন ছুজনী আছে নহয়।' অগত্যা উপায় নাপাই তাই আকৌ তাৰ কাষলৈ ঘূৰি আহে। বিজয়ে বিজয়ৰ হাঁহি মাৰে। হাঁহিৰ দ্বাৰাই সৰু বোৱাৰীয়েকক সি বুজাব খোজে,—এইখন ঘৰত বিজয়ৰ কথাৰ ওপৰত আন কাৰো কথা নৰজে।

কেতিয়াবা পথাৰৰ পৰা আহি হৰেণে তাৰ বিচনাত ছুয়োকে বহি থকা দেখে। হৰেণক দেখি তাই তাৰ কাষৰ পৰা উঠিব খুজিলে সি আকৌ তাইৰ হাতখনত ধৰি বহুৱাই দিয়ে। হৰেণ বাহিৰলৈ ওলায় যায়।

এদিনৰ কথা। তেতিয়া ৰাতি ন মান বাজিছে। চোতালত বিজয়ৰ ককায়েকহঁতে মৰণা মাৰি আছে। সি ভাত খাই উঠি সৰু বোৱাৰীয়েকক কলে—'বৌ, তামোল এখন দিয়া।' বোৱাৰীয়েকে তামোল কাটিবলৈ ধৰিলে। সি এনেয়ে এবাৰ ইফালে সিফালে চাই বোৱাৰীয়েকে দেখা নোপোৱাকৈ ছুৱাৰখন জপাই দিলে।

বোৱাৰীয়েকৰ হাতৰ পৰা তামোলখন আনি মুখত ভৰাই সি সোঁহাত-খন তাইৰ বুকুৰ পিনে আগবঢ়াই দিলে। তাইৰ আটাইতকৈ বেয়া ঠাইখিনিত তাৰ হাতখন লগাত, খং উঠি তাই তাক ধমক দিলে। তৎক্ষণাত সি বাহিৰ ওলাই গ'ল। লাজতে ম্ৰিয়মান হৈ তাই কান্দিব ধৰিলে। বিজয় যে এনে কুৎচিৎ মনোভাব লৈ তাইৰ কাষ চাপিব, তাই ভবা নাছিল। তাই তাক ভাল পাইছিল ককায়েকৰ দৰে। বিজয়ৰ এই ব্যৱহাৰে তাইক বৰ ছুখ দিলে।

তাইৰ কান্দোন চোতালত মৰণা মাৰি থকা বিজয়ৰ ককায়েকহঁতে শুনিবলৈ পালে। হৰেণ ভিতৰলৈ আহিল। ঘটনাটো সি বুজি ললে। বিজয়ক সি ওলাই যোৱা দেখিছিল। সি ঘৰ সোমোৱাৰ পৰাই হৰেণে তাক লক্ষ্য কৰি আছিল। ছুৱাৰখন জপাই দিয়াও সি দেখিছিল।

তাইক কান্দি থকা দেখি সি বিজয়ক মাতিলে। বিজয় তেতিয়া

মাকৰ লগত শুই আছিল। টোপনি অহা নাছিল যদিও সি টোপনি অহা যেন দেখুৱাইছিল। বিজয়ৰ মাত নেপাই হৰেণে এইবাৰ চিঞৰি মাতিবলৈ ধৰিলে। মাক উঠি আহিল। হৰেণে মাকক সকলো কথা কৈ দিলে।

হৰেণৰ কথা শুনি সৰু বোৱাৰীয়েকলৈ মাকৰ খং উঠিল। সৰু লৰাৰ ধেমালিক ইমান টান ভাবে লোৱাটো তেওঁ ভাল নেপালে। সকলো কথাকে জানো গিৰীয়েকৰ আগত কৈ দিব লাগে। হৰেণক বাহিৰলৈ যাবলৈ কৈ তেওঁ বোৱাৰীয়েকক বুজালে—'তাৰ ওপৰত খং নকৰিবি। সি একেবাৰে অজলা।'

সিদিনাৰ পৰা হৰেণে বিজয়ক বিশ্বাস নকৰা হ'ল। একেলগে কাম কৰে যদিও তাৰ মনত বিজয়ৰ প্ৰতি সন্দেহৰ ভাব এটা থাকি গ'ল।

এদিনাখন গধূলি। গাওঁবুঢ়া অজয়ৰ কাষত বহি আছে। অজয়ৰ মাকে ওচৰতে বহি তামোল কাটিছে। এনেতে গাওঁবুঢ়াৰ ঘৈণীয়েক ঘৰৰ ভিতৰলৈ আহিল। লগত বিজয়। অজয়ৰ মাকে পিৰা দুখন আনি বহিবলৈ দিলে। গাওঁবুঢ়াৰ ঘৈণীয়েকে সেইপিনে মন নকৰি গাওঁবুঢ়ালৈ চাই খঙেৰে কলে—'ইয়াতে বহি থাকিলে হব নেকি! আমিতো তোমাৰ কোনো নহয়। এইখন হে তোমাৰ আচল ঘৰ। ৰবা, মই কি গছৰ গুটি চিনাই দিম। এইখিনিলৈকে তুমি বাট চাই আছিলা।' তেওঁ গুচি গ'ল। বিজয়েও মাকৰ পিচ ললে।

অজয়ে একো বুজি নেপাই গাওঁবুঢ়াৰ মুখলৈ চালে। গাওঁবুঢ়াই একো নেমাতিলে। মাকেও একো নকলে। তাৰ অসহ্য লাগিল। গাওঁবুঢ়াৰ ঘৈণীয়েকৰ কথাবোৰৰ অৰ্থ সি একোকে বুজি নেপালে।

অলপ পিচত গাওঁবুঢ়া ঘৰলৈ গ'ল। মাকে দুৱাৰখন জপাই তাৰ ওচৰতে বহিলহি।

গাৱঁত হুলস্থূল লাগিছে। মৌজাদাৰৰ ল'ৰাৰ বিয়া। এমাহ আগৰ পৰাই গাওঁৰ মানুহৰ গাত তত নোহোৱা হৈছে। ঢোল পেপাৰ শব্দত গোটেই গাওঁ ৰজনজনাই গৈছে।



মৌজাদাৰৰ ডাঙৰ ল'ৰাৰ বিয়া। গতিকে খুব ধুমধামেৰে যাতে বিয়াখন হৈ যায় এই বিষয়ে তেওঁ যত্ন লৈছে। খৰচৰ কাৰণে তেওঁ ভবা নাই। যেতিয়া যি দৰ্কাৰ হৈছে তাকেই দিছে। সকলোবোৰ কামৰে ভাৰ গাৱঁৰ ডেকাদলৰ নেতা বিজয়ৰ গাত পৰিছে।

বিজয়ে তাৰ দলটোক সমানে দুভাগ কৰিলে। এভাগ ভিতৰৰ পিনে থাকিল। তেওঁলোকে অতিথিসকলক অভ্যৰ্থনা জনাব আৰু আন কামত সহায় কৰিব। আনভাগ বিজয়ে নিজৰ লগত ৰাখিলে। তেওঁলোকে বিয়াৰ 'গেট' সজাব আৰু বাহিৰৰ পৰা বস্তু যোগাৰ কৰি আনিব।

বিয়াৰ কাম প্ৰায় শেষ হৈ আহিছে। পদূলি মুখত গেট্‌খন সজোৱা হ'ল। মৌজাদাৰে গেটখন চাই বিজয়ৰ প্ৰশংসা কৰিলে। সঁচাকৈয়ে, গেট্‌খন দেখিবলৈ বৰ ধুনীয়া হৈছিল। বিয়াৰ পিচদিনাখন বিজয়ে এখন থিয়েটাৰৰো যোগাৰ কৰিলে। মৌজাদাৰে সন্তোষ প্ৰকাশ কৰিলে।

গেটৰ কাম শেষ কৰি বিজয়ে থিয়েটাৰৰ কামত মন দিলে। সি নিজেই এখন নাটক লিখি উলিয়ালে। ভাওবোৰ বিজয়ে তাৰ বন্ধুবোৰৰ মাজত ভগাই দিলে।

ঢোল পেপাৰ শব্দত অজয়ৰ গাটোও নাচি উঠিল। সি ঘৰৰ ভিতৰত বব নোৱাৰি বাহিৰৰ পিনে ওলাই গ'ল। মৌজাদাৰৰ ঘৰ অজয়হঁতৰ ঘৰৰ পৰা অলপ আঁতৰত। মাজতে এখন পথাৰ। পথাৰখন পাৰ হলেই মৌজাদাৰৰ ঘৰ পোৱা যায়। পথাৰৰ মাজে মাজে সি গৈ আছে। অলপ দূৰ গৈয়েই সি বিজয়ক লগ পালে। বিজয়ে তাক দেখি অলপ হাঁহি কলে—'কালি থিয়েটাৰ চাবলৈ যাবা দেই। ভাল নাটক এখন লৈছোঁ। নিশ্চয় যাবা।'

অজয়ে মূৰ দুপিয়ালে। অলপ পিচত বিজয় বিয়াঘৰৰ পিনে মুখ কৰি গুচি গ'ল। অজয় কিছুপৰ তাতে থিয় হৈ থাকি লাহে লাহে ঘৰলৈ উভতি আহিল।

ঘৰলৈ আহি দেখে, মাকে চাকি জ্বলাইছে। সি বিচনাত বাগৰ দিলে। তাৰ মনত বৰ দুখ লাগিল। গাৱঁৰ সকলোৱেই বিয়া ঘৰলৈ গৈছে, সিহঁতক বাদে। সিহঁতক নমতাৰ কাৰণ কি? অইন মানুহো দেখোন সিহঁতৰ ঘৰলৈ নাহে। এনেতে ধূনাৰ পাত্ৰটো লৈ মাক তাৰ ওচৰলৈ আহি সুধিলে—'অসময়ত বিচনাত পৰিলিচোন! গা বেয়া লাগিছে নেকি!'

'গা ভালে আছে মা!' অজয়ে কলে। 'বাৰু মা, মৌজাদাৰে আমাক বিয়ালৈ নামাতিলে কিয়?'

অজয়ৰ প্ৰশ্নত মাকৰ চকুদুটি সেমেকি পৰিল। অজয়ে স্পষ্ট দেখিবলৈ পালে, মাকৰ চকুত পানী। সি আন একোকে নুসুধি মনে মনে থাকিল। মাকে ধূনাৰ পাত্ৰটো তাৰ বিচনাৰ কাষত নমাই থৈ ৰান্ধনি ঘৰলৈ গ'ল।

ৰান্ধনি ঘৰতো তেওঁ শান্তিত থাকিব নোৱাৰিলে। তেওঁৰ মনটো বেজাৰেৰে ভৰি পৰিল। এনেয়ে তেওঁৰ মনত দুখ। অজয়ে পৰীক্ষা দিব নোৱাৰিলে বুলি। তেওঁৰ একেটি মাথোন ল'ৰা। তাৰো এই অৱস্থা। এইপিনে গাওঁখনৰে হিংসা। কোনোৱে তেওঁ-লোকৰ খবৰ নকৰে। একমাত্ৰ গাওঁবুঢ়াইহে তেওঁলোকৰ ঘৰলৈ অহা যোৱা কৰে। তেওঁ অহাও গাৱঁৰ মানুহে দেখিব নোৱাৰে। তেওঁ বাৰু ইমান ডাঙৰ কি পাপ কৰিলে। যাৰ ফলত তেওঁ এনে শাস্তি ভুগিব লগাত পৰিছে। মনৰ দুখত তেওঁ হুকুহুকাই কান্দিবলৈ ধৰিলে। এইদৰে তেওঁ আৰু এদিন কান্দিছিল, যিদিনা প্ৰথম তেওঁ এই ঘৰলৈ আহে। সিদিনাও তেওঁ কান্দিছিল। কান্দি কান্দি চকু দুটি উখহাই দিছিল। তেওঁৰ কাষত আন এজন মানুহ আছিল। পুৰুষ মানুহ। তেওঁ বুজাইছিল। অজয়ৰ মাকে কিন্তু পতিয়ন যোৱা নাছিল, সেই পুৰুষজনৰ বুজনিত। সংসাৰখন তেওঁ ভালদৰেই বুজি পাইছিল সিদিনা। কামনা মোহেৰে ভৰা এই পৃথিবীখনৰ প্ৰতি তেওঁৰ ঘৃণা উপজিছিল। কামনাৰ বশীভূত হৈ তেওঁ যি ভুল কৰিলে তাক নোহোৱা কৰিবৰ উপাই নাই। কিন্তু এনে



মহাভুল জীৱনত যাতে দুনাই নঘটে তাৰ কাৰণে তেওঁ সতৰ্ক হ'ল। তেওঁ পৃথিবীৰ কাকো বিশ্বাস নকৰিবলৈ সিদিনা প্ৰতিজ্ঞা কৰিলে। সেই প্ৰতিজ্ঞা তেওঁ আজিও মানি আছে। তেওঁক দুৰ্ব্বল হৈ পৰা, তাৰ পিচত আৰু কোনোৱে দেখা নাই।

আজি অজয়ৰ প্ৰশ্নই তেওঁৰ সকলো দুখ আকৌ জগাই তুলিলে। কি বুলি প্ৰবোধ দিব তাক! সি এতিয়া সৰু ল'ৰা নহয়। সকলো বুজি পায়। মিছাকৈ তাক বুজনি দিলে পোনেই সি ধৰা পেলাব। সৰুতে যেতিয়া সি সুধিছিল—'মা, মোক গোসাঁই ঘৰলৈ যাবলৈ নিদিয়ে কিয়, আনবোৰক যে দিয়ে?' তেতিয়া তেওঁ কৈছিল—"ভগবানে তোক মতা নাই নহয়, সোণ! মাতিলেহে যাব পাৰিবি।" অজয়ে আকৌ সুধিছিল—"কিয়, বিনুহঁতক মাতিছে নেকি? সিহঁত দেখোন সদায় যায়।" অজয়ৰ মাকে তেতিয়া কৈছিল—'তোকো এদিন মাতিব। নিশ্চয় মাতিব। ভগৱানে নমতাকৈ থাকিব নোৱাৰে। তেতিয়া যাবি। মই একোকে নকওঁ।' গোসাঁই ঘৰলৈ যাবলৈ পোৱাৰ আশাত সি মাকৰ ওচৰৰ পৰা দৌৰ মাৰি বাহিৰলৈ ওলাই গৈছিল। মাকে সি যোৱাৰ পিনে চাই আছিল।

অজয় ধুনীয়া। স্বাস্থ্য ও ভাল। কিন্তু অনাদৰত বাঢ়িব লগা হৈছে। মাকৰ বাহিৰে আৰু তাৰ কোনো আপোন নাই। আজি যদি তেওঁ মৰি যায়, তাৰ কি অৱস্থা হব! এই গাওঁখনত কিমান মানুহ। চণ্ডাল, মুচী, বামুণ সকলো আছে ইয়াত। তেওঁলোকে কিমান আনন্দত থাকে। তেওঁলোকৰ ল'ৰাছোৱালী বোৰেও একেলগে খেলে। কিন্তু, তেওঁৰ ল'ৰা অজয় সিহঁতৰ লগত খেলিব নোৱাৰে। কেতিয়াবা গলেও সিহঁতে নানান অত্যাচাৰ কৰি তাক খেদি দিয়ে। ইমান নিষ্ঠুৰ ইহঁত! ইহঁতক মানুহ বুলি ভাবিবলৈকো তেওঁৰ ভয় লাগে।

আন এটা ঘটনা তেওঁৰ চকুৰ আগত ভাহি উঠিল। অজয়ৰ সৰুকালিৰ কথা। তেতিয়া তাৰ বয়স প্ৰায় সাতবছৰ। ৰাতিপুৱা তাক স্কুললৈ পঠিয়াই, তেওঁ ঘৰৰ যাবতীয় কামবোৰ কৰাত ব্যস্ত

হৈ পৰিল। ঘৰটো মচি তেওঁ বাৰীৰ পুখুৰীলৈ গা ধুবলৈ গ'ল। তাৰ পিচত তিতা গাৰে তেওঁ তুলসীজোপাৰ ঢাপটো মচি, চাকিগছ জ্বলাই অঠুকাঢ়ি ঢাপটোত মূৰটো লগাই সেৱা এটা কৰি ৰান্ধনি ঘৰ সোমাল।

গাৱঁৰ স্কুল এৰি দিওঁতে সাধাৰণতে ন মান বাজে। ৰ'দ তেতিয়া তুলসীজোপাৰ কাষ পাইহি। ৰ'দ তুলসীজোপাৰ কাষ পাওঁ পাওঁ হলেই তেওঁ অজয়ৰ কাৰণে জলপান সজাবলৈ আৰম্ভ কৰে। অজয় আহি পালে তাক জলপান খুৱাই তেওঁ দুপৰীয়াৰ সাজৰ কাৰণে জোগাৰ কৰিবলৈ ধৰে।

সিদিনাও তেওঁ জলপান সজাই বৈ থাকিল। বেলা ভালেখিনি হ'ল। চোতালৰ ৰ'দ তুলসীজোপাৰ ঢাপ পাৰহৈ আহিল। অজয় তেতিয়াও আহি পোৱা নাই কাৰণে তেওঁ চিন্তিত হৈ পৰিল। আনদিনাতো ইমান পলম নহয়। স্কুলৰ পৰা পোনেই সি ঘৰলৈ আহে। ফুৰিবলৈ গলেও জলপান খোৱাৰ পিচতহে যায়। তেওঁ পদূলিমুখত থিয় হৈ, সি স্কুলৰ পৰা অহা বাটটোৰ পিনে চাই থাকিল। এনেকৈ থাকোঁতে দুপৰীয়া হ'ল। বেলি ঠিক তেওঁৰ মূৰৰ ওপৰলৈকে আহিল। অজয়ৰ পলম হোৱাৰ কাৰণ তেওঁ একোকে বুজি নেপালে। অলপ আগবাঢ়ি যাওঁ বুলি তেওঁ এখোজ দুখোজকৈ গাৱঁৰ পিনে মুখ কৰি আগুৱাই গ'ল।

এনেতে তেওঁ হৰিমনক লগ পালে। হৰিমন মৌজাদাৰৰ লগুৱা। ঘৰৰ কাম শেষ কৰি পথাৰলৈ জলপানৰ টোপোলা এটা লৈ আহিছিল। হৰিমনে অজয়ৰ মাকক লগ পাই সুধিলে—'কলৈ যোৱা বাই?' অজয়ৰ মাকক সি বাই বুলি মাতে। এইখন গাওঁলৈ আহিবৰ তাৰ পূৰা এবছৰ হ'ল। চাকৰি বিচাৰি আহিছিল। মৌজাদাৰে লগ পাই ৰাখিলে। মৌজাদাৰৰ ঘৰত চাকৰ কেইবা-জনো আছে। সিহঁতে পথাৰৰ কাম কৰে। হৰিমনে সময়মতে তেওঁলোকক জলপান যোগায়।

হৰিমন থিয় হোৱা দেখি তেৱোঁ থিয় হৈ কলে—'অজয় দেখোন এতিয়ালৈকে অহা নাই। তাক বিচাৰি ওলাইছোঁ। কৰবাত খেলি আছে কিজানি।'



তেতিয়া হৰিমনে কলে—'তুমি নেযাবা বাই। তেওঁলোকৰ খং উঠি আছে। অজয়ক এতিয়াও এৰি দিয়া নাই।'

'কাৰ খং উঠি আছে? অজয়ক কোনে এৰি নিয়া নাই?' অজয়ৰ মাকে একো বুজিব পৰা নাছিল। হৰিমন অলপ কাষলৈ আহি কলে—'স্কুল চুটিৰ পিচত অজয়ে তাৰ লগৰীয়াসকলৰ লগত মৌজাদাৰৰ পুখুৰীত নামি সাঁতুৰিছিল। তেওঁলোকে দেখি, তাক পুখুৰীৰ পৰা তুলি আনি খুব মাৰিছে। এতিয়াও তাক পুখুৰীৰ পাৰতে পেলাই থৈ দিছে।" হৰিমনৰ কথা শুনি তেওঁ দৌৰি গ'ল।

অজয় পুখুৰীৰ পাৰত পৰি আছিল। ওচৰতে থিয় হৈ মৌজাদাৰৰ ডাঙৰ ল'ৰা বিপিনে তালৈ চাই আছিল। তাৰ হাতত এডাল লাঠি। অজয়ৰ মাক গৈ সেইখিনি পোৱাত সি গৰ্জ্জি উঠিল। লাঠিডাল জোঁকাৰি জোঁকাৰি সি কলে—'ল'ৰা জন্ম দিব পাৰ, ভালকৈ চম্ভালিব নোৱাৰ কেলেই!'

তেওঁ একো নকলে। কবই বা কি তেওঁ বিপিনক। বিপিন অজয়তকৈ কেইবছৰমানেহে ডাঙৰ। নিজৰ ল'ৰাৰ লগত কাজিয়া কৰিবলৈ তেওঁ ভাল নেপালে। তেওঁ অজয়ক কোলাত তুলি লৈ ঘৰমূৱা হ'ল।

বিয়া হৈ গ'ল। অজয় আৰু মাকে ঘৰৰ ভিতৰৰ পৰাই বিয়ানাম শুনিলে। ৰাতি এঘাৰটামান বজাত বৰযাত্ৰী তেওঁলোকৰ ঘৰৰ আগেৰে কইনা ঘৰলৈ গ'ল। তেওঁলোক শোৱা নাছিল। মাকে বেৰাৰ ফাঁকেৰে ভুমুকি মাৰি চালে। বৰ হাতীত উঠি গৈছে। আন মানুহবোৰ পিচে পিচে গৈছে। বিপিনক আজি দৰাৰ বেশত খুব ধুনীয়া দেখা হৈছে। মুখখন বৰ শান্ত হৈ আছে। তেওঁ ভগৱানৰ ওচৰত প্ৰাৰ্থনা কৰিলে, বিপিনৰ যা'তে ভাল হয়।

পিচদিনাখন আবেলি কইনা আহিল। অজয়ৰ মাকে উচ্পিচাই আছে কইনা চাবলৈ। বিয়াঘৰলৈ কইনা চাবলৈ যোৱাৰ কাৰণে তেওঁ চেলু বিচাৰি আছে। কিন্তু কোনো অহা নাই কাৰণে তেওঁ যাব পৰা নাই। অজয় পদূলি মুখত থিয় হৈ আছে। তেওঁ অজয়ক সুধিলে—'কইনা দেখিলি নেকি অ।'

'নাই দেখা। গাড়ীৰ ভিতৰত গৈছে। বাটত কেনেকৈ দেখিবি। তই গৈ চাই নাহ কিয়?' অজয়ে কলে।

মাকে একো নেমাতিলে। বিয়াঘৰলৈ গৈ চাই আহিব পাৰিলে কথাই নাছিল। দুখতে তেওঁৰ চকুপানী ওলাল। ইমান আগ্ৰহ কৰিছিল তেওঁ বিপিনৰ কইনা চাবৰ কাৰণে। কিন্তু কোনো সুবিধাই নেপালে।

অজয়ৰ বিয়ালৈ তেওঁ কিন্তু সকলোকে মাতিব। অহা বছৰলৈ বিয়া হবই। কোনোৱে কিন্তু নহাকৈ থাকিব নোৱাৰিব। জোৰকৈ লৈ আহিব। কোনো তিৰোতা মানুহ আহিব নুখুজিলে তেওঁ ভৰিদুখনত ধৰি কব—'আহাচোন বাই! অজয় তোমাৰে ল'ৰা। তাক তুমি আশীৰ্ব্বাদ নকৰিলে কেনেকৈ-হব।' অজয়ৰ লগৰীয়া-বোৰকো তেওঁ জোৰকৈ লৈ আহিব।

গধূলি গাওঁবুঢ়া আহিল। গাওঁবুঢ়াক বহিবলৈ দি মাকে মজিয়াত জুইকুৰা ধৰি পানীৰ টেকেলিটো বহাই দিলে। শুকান পাতত জুই লাগি জুইকুৰা দপ্দপাই জ্বলি উঠিল। গাওঁবুঢ়া অলপ ওচৰ চাপি আহিল।

অজয়ৰ মাকে দুটা গিলাচ আনি ওচৰত থলে। পানী তেতিয়াও ভালকৈ তপত হোৱা নাই। বাঁহৰ টুকুৰীটোৰ পৰা আৰু এসোপা শুকান পাত আনি তেওঁ জুইকুৰাত জাপি দিলে। জুইকুৰা জ্বলি উঠা দেখি অজয়ো কাষ চাপি আহিল।

গধূলি জুইৰ কাষত বহিবলৈ তাৰ ভাল লগা হৈ আহিছে। মাকে দিনৰ ভাগতে গছৰ শুকান পাতবোৰ গোটাই আনে।



গধূলি মজিয়াতে জুইকুৰা ধৰি মাক পুতেক দুয়ো বহে। সুখ দুখৰ মেল পাতে।

পানী উতলিবলৈ ধৰাত, অজয়ৰ মাকে টেকেলিটো নমাই আনি গিলাচত চাহ ঢালি এটা গিলাচ গাওঁবুঢ়ালৈ আগবঢ়াই, আনটো অজয়ক দিলে। দুয়ো চাহ খাবলৈ ধৰিলে।

এনেতে গাওঁবুঢ়াই সুধিলে—'থিয়েটাৰ চাব যাবি নেকি অজয়! বিজয়হঁতে বোলে মৌজাদাৰৰ ঘৰত থিয়েটাৰ এখন কৰিব আজি ৰাতি।'

'ওঁ, বিজয়ে কৈছিলতো যোৱা কালি।' অজয়ে কলে।

'যাব খোজ যদি যা। সোনকালেই শেষ হব লাগে। মোৰো যোৱাৰ ইচ্ছা আছিল। পিচে, যোৱাৰাতি টোপনি খতি কৰি আজি ভাল লগা নাই।'

অজয়ে মাকৰ মুখৰ পিনে চালে। মাকে একো নেমাতিলে। মাক পুতেকৰ মনোভাব বুজিব পাৰি গাওঁবুঢ়াই কলে—'থিয়েটাৰ চাবলৈ গলে কোনেও একো নকয় যা। কিমান গাওঁৰ পৰা মানুহ আহিব। এইবোৰ চাবলৈ সকলোৱেই ইচ্ছা কৰে। তই লৰা মানুহহে। তোক কোনে কি কব।'

অজয় যাবলৈ ওলাল। চাদৰখন গাত ভালকৈ মেৰিয়াই লৈ সি মাকক কলে—'মোৰ ৰাতি হলে, তই ভাতখাই শুই থাকিবি মা। সি ওলাই গল।

অজয় ঠিক সময়তে ৰভাতলী পালেগৈ।

বকুলজোপাৰ কাষতে ৰঙ্গমঞ্চ সজোৱা হৈছিল। মঞ্চৰ তিনিওকাষ চটকাপোৰেৰে ঢকা। সন্মুখত এখন ক'লা আঁৰকাপোৰ ওলমি আছিল।

থিয়েটাৰ আৰম্ভ হোৱা নাছিল যদিও, আৰম্ভ হবলৈ বেছি পলম নাছিল। মানুহেৰে গোটেই ৰভাঘৰ ভৰি পৰিছিল।

সি বকুলগছজোপাৰ গাতে ভেজা দি থিয় হৈ থাকিল।

অলপ পিচত।

লাহে লাহে আঁৰকাপোৰখন আঁতৰি গ'ল। লগে লগে আন এখন আঁৰকাপোৰ ওপৰৰ পৰা ওলমি পৰিল। কলা আঁৰকাপোৰখনত ডাঙৰ ডাঙৰ আখৰেৰে লিখা আছিল 'জাৰজ।' এইখন আঁতৰি যোৱাৰ লগে লগে আন এখন আঁৰকাপোৰ ওলমি পৰিল। তাত লিখা আছিল 'বিজয়ৰ দ্বাৰা লিখিত আৰু পৰিচালিত।' ৰাইজে আনন্দতে হাতচাপৰি মাৰিলে। কোঢ়ালৰ মাজেৰে আন এখন আঁৰকাপোৰ ওলমি পৰিল। তাত অভিনেতা কেইজনৰ নাম লিখা আছিল।

ইয়াৰ পিচত অৰ্কেষ্ট্ৰা বাজিবলৈ ধৰিলে। ৰাইজৰ মাজত কথাবতৰা হবলৈ ধৰিলে। 'জাৰজ' কেনেকুৱা হব, এই বিষয়ে দুই এজনে মন্তব্যও কৰিলে।

অজয়ে সন্মুখৰ পিনে চাই আছিল। মাজে মাজে অৰ্কেষ্ট্ৰাৰ তালে তালে ভৰিৰে মাটিত শব্দ কৰি আছিল। এনেতে কাৰোবাৰ হাত এখন তাৰ পিঠিত পৰাত, ঘূৰি চাই সি হৰিমনক দেখিলে। হৰিমন তাৰ কাষতে থিয় হ'ল।

—'বাহিৰলৈ যাওঁ বল।' হৰিমনে কলে। তাৰ হাতখন তেতিয়াও অজয়ৰ কান্ধত।

—'কিয়, থিয়েটাৰ নোচোৱা? আৰম্ভ হবৰ হৈছেই। তোমাৰ এতিয়াই আমনি লাগিলনে?

—'নাই লগা। পিচে, থিয়েটাৰ কি হব, মই জানো। ইয়াৰ পৰা আঁতৰি বল। ইহঁত বৰ বেয়া মানুহ।' অজয়ৰ মুখৰ পিনে চাই সি কলে।

অজয়ৰ দৃষ্টি আঁৰকাপোৰখনত আৱদ্ধ।

এনেতে আঁৰকাপোৰখন ওপৰলৈ উঠিল। অৰ্কেষ্ট্ৰা বন্ধ হ'ল।

মৃদু পোহৰত, অজয়ে দেখিবলৈ পালে, মঞ্চৰ ওপৰত এজন মানুহে খৰি ফালি আছে। তেওঁৰ কাষত সৰু সৰু কেইটামান লৰাছোৱালীয়ে কোঢ়াল কৰি আছে। নেপথ্যত ঢেঁকীৰ শব্দ



শুনা গৈছে। এনেতে কাৰোবাৰ মাত শুনা গ'ল—'ঘৰত কোন আছে?'

কুঠাৰখন সামৰি মানুহজনে মাতিলে—'কোন? ভিতৰলৈ আহা।'

এজনী গাভৰু সোমাই আহিল। গাভৰুজনী ধুনীয়া। সুন্দৰ স্বাস্থ্যৰ। ফুলি থকা সেন্দুৰীয়া গাল দুখনত যৌৱনৰ বামাৰলী। চুলিৰ খোপাটো টানকৈ বান্ধিছে যদিও গোটেইবোৰ চুলিকে সমানে শাসন কৰিব পৰা নাই। দুই চাৰিডাল চুলি বহল কপালখনৰ ওপৰত বাগৰি পৰিছে। ওঁঠ দুটা ৰঙা। গাল দুখনো বেচ্ মৰমলগা। গা'ত এখন কপাহী চাদৰ মেৰিয়াইছে। ডাঁঠ কপাহী চাদৰৰ মাজেৰে তাইৰ শৰীৰৰ ভাঁজবোৰ নেদেখি যদিও তাই যে এটি সুস্থ দেহৰ গৰাকিনী এই কথা সহজেই ধাৰণা কৰি লব পাৰি।

পুৰুষ মানুহজন তাইৰ পিনে আগবাঢ়ি আহিল।

এনেতে হৰিমনে তাক বাহিৰলৈ টানি লৈ গ'ল।

সিহঁত বিলৰ পাৰ পালেহি। অজয়ৰ ভাগৰ লাগিছিল। সি বিলৰ পাৰতে বহিল। হৰিমনো তাৰ কাষতে বহিল।

অজয়ে ওপৰলৈ চালে।

মেঘমুক্ত আকাশত কণ কণ তৰা। এটি তৰা দুটি তৰা। বহুত তৰা। তৰা আৰু তৰা। তৰা ভৰা আকাশ। হেঁপাহ ভৰা মন।

আকাশখনলৈ সি একেৰাহে চাই থাকিল।

—'অজয়।'

—'হোঁ।'

—'খং উঠিছে?'

—'কিয়?' খুব গহীন হৈয়েই সি সুধিলে।

—'এনেয়ে।'

অজয়ে তাৰ মুখলৈ চালে। জোনৰ মৃদু পোহৰত সি স্পষ্ট দেখা পালে, হৰিমনৰ চকুত পানী। হৰিমনৰ কি হৈছে, সিও বুজিব নোৱাৰিলে।

—'তুমি কান্দিছা, ককাই ?'

—'মই ? নাই, কিয় কান্দিম। ইয়াত কান্দিবৰ কিটো আছে।' সি হাঁহিবৰ চেষ্টা কৰিলে যদিও হাঁহিব নোৱাৰিলে। মাত্র ওঁঠ দুটাহে অলপ মেল খালে।

—'তুমি মোক থিয়েটাৰ চাবলৈ কিয় নিদিলা ? তুমিয়েৱা নেচালা কিয় ?"

হৰিমনে বিলৰ পানীত জিলিকি উঠা জোনৰ প্রতিবিম্বটো চাই আছিল। অজয়লৈ নোচোৱাকৈয়ে সি কলে—'বিজয়ে লোৱা নাটকখন বেয়া কাৰণে।'

—'নাটকখন বেয়া হ'ল, কি হল ! ভাওবোৰ ভাল হলেই হ'ল।'

—'ভাওবোৰো ভাল নহয়।' সি এইবাৰ অজয়ৰ মুখলৈ চাই কলে।

—'তুমি এইবোৰ কি কৈছা ? তুমি থাকা। মই যাওঁগৈ।' সি উঠিবলৈ ধৰোঁতে হৰিমনে তাৰ হাতখনত ধৰিলে —'বহি থাক।'

—'কিয় ?'

—'এনেয়ে।'

—'এনেয়ে ! কলেই হল ?' অজয়ৰ খং উঠি গৈছিল।

—'থিয়েটাৰ চাই তই দুখ পাবি। মানুহে তোক হাঁহিব।'

—'কিয় দুখ পাম ? মানুহে হাঁহিব কিয় ?'

—'মানে···। সেয়া ঠিক থিয়েটাৰ···।'

হৰিমন হঠাতে বৈ গ'ল। অজয়ে একো বুজিব নোৱাৰি তাৰ মুখৰ পিনে জিজ্ঞাসু দৃষ্টিৰে চাই ৰ'ল।

—'মই দুখ পাম বুলি তুমি কেনেকৈ জানিলা ?'

—'আগতে জনা নাছিলোঁ। আজি গধূলি, বিজয়হঁতৰ কথা-বতৰাবোৰ শুনি জানিলোঁ, সিহঁত তোৰ শত্রু, মিত্র নহয়। থিয়েটাৰৰ কাৰণে জো যা চলি থাকোঁতে, কাতিবামে বিজয়ক সুধিছিল—'পিচে, অজয় আহিব নে নাহে। সি নাহিলে যে আমাৰ সকলো কষ্ট এনেয় যাব।' বিজয়ে হাঁহি হাঁহি কৈছিল—'আহিব। তই চিন্তা নকৰিবি। তাক থিয়েটাৰলৈ অনাৰ দায়িত্ব মোৰ।'



—'যোৱা কালি বিজয়ে মোক কৈছিল থিয়েটাৰলৈ যোৱাৰ কথা।'

—'হঠাতে তোৰ প্রতি ইমান মৰম কিয় ? আগতে তো নাছিল। কোনো দিনেতো বিজয়ে তোৰ লগত কথা পতা নাছিল।'

—'হয়তো চহৰৰ পৰা অহা কাৰণে।'

হৰিমনে হাঁহিলে—'সেয়ে তোৰ মনৰ শান্তনা। তই ভাবিছ, চহৰৰ পৰা অহা কাৰণে বিজয়হঁতে তোক আদৰ কৰিছে। তই ভুল বুজিছ অজয়। সিহঁতে তোক মৰম কৰা নাই। দিছে আঘাট।'

অজয়ৰ খং উঠি গৈছিল। হঠাতে সি হৰিমনৰ গালতে চৰ এটা মাৰি দিলে। 'তুমি মৌজাদাৰৰ চাকৰ। চাকৰৰ দৰেই থাকিবা। মোতকৈ বয়সত তুমি ডাঙৰ। সেয়েহে, তোমাক মই সন্মান কৰিছিলোঁ। কিন্তু তাৰো এটা সীমা আছে। বিজয় গাওঁবুঢ়াৰ লৰা। মোক নেমাতিলেও মই তাক ভাল পাওঁ। এইখন গাওঁত একেলগেই আমি ডাঙৰ হৈছোঁ। সি গাওঁত থাকিলেও নীচমনা নহয়। তাৰ মন তোমাতকৈ বহু উচ্চ।

গালখন পিহি পিহি সি তলমুৰকৈ আছিল। অজয়ৰ কথাৰ প্রতিবাদও সি কৰা নাছিল। হঠাতে সি চিঞৰি উঠিল—'অজয় !'

অজয়ে তাৰ মুখলৈ চালে। হৰিমনে কান্দিছে। জোনৰ মৃদু পোহৰত, তাৰ তিতি থকা মুখখন স্পষ্ট হৈ জিলিকি উঠিছে।

অজয় আকৌ বহিল। হৰিমনৰ গা'তে গা লগাই সি কলে—'মোক ক্ষমা কৰা, ককাই ! মই ভুল কৰিছোঁ।' এনেতে হৰিমনৰ কাষতে পৰি থকা বহী এটালৈ তাৰ চকু গ'ল। সি বহীটো হাতত লৈ হৰিমনক সুধিলে—'এইটো কি ?'

—'বিজয়ৰ নাটক।'

—'নাটক ! কিন্তু এইখন জানো নাটক ?' বহীখনৰ পাতবোৰ সি লুটিয়াবলৈ ধৰিলে।

—'নাটকৰ গল্পটোহে ইয়াত লিখা আছে। ইয়াৰ পৰাই সিহঁতে নাটক কৰিছে। গল্পটো লিখি মৌজাদাৰক চাবলৈ দিছিল। মেজৰ ওপৰত পাই মই লৈ আহিলোঁ, আৰু তোক দিবৰ কাৰণে লগে লগে লৈ ফুৰিছোঁ।'

—"মোক দিবলৈ মানে?"

—'পঢ়ি চালে সকলো গম পাবি। তাৰ পিচত থিয়েটাৰ চোৱাৰ ইচ্ছা তোৰ নিজৰেই নোহোৱা হব। এতিয়া বল। এতিয়ামানে মৌজাদাৰহঁতো থিয়েটাৰ চাবলৈ আহিব পায়। মোৰ শোৱনী কোঠাতে বহি বহি পঢ়িব পাৰিবি।'

······দূৰৰ এখনি গাওঁ। আবেলিৰ ৰঙা ৰ'দ পৰি, গাওঁখন জিক্‌মিকাই উঠিছে। সোণবৰণীয়া ধাননিৰ মাজে মাজে দাৱনীৰ জাক। সিহঁতৰ হাতত কাঁচি। ভৰিত বোকা। গালত ৰঙা বেলিটোৰ ৰঙা বহন। চকুত নুবুজা কথাৰ চিঠি। ওঁঠত হাঁহিৰ জিলিক্। সিহঁতে ধান কাটি গৈছে। মাজে মাজে মুখেৰে গুন্‌গুণাইছে। ককাঁলত পিন্ধা কাপোৰখন আঠুৰ অকণমান তলত থাকিলেও, বোকা লাগিব বুলি আকৌ অলপ ওপৰলৈ দাঙি ধৰিছে। সিহঁতৰ ভৰিৰ বগা মঙহবোৰে, ধাননিৰ মাজত লুকাই লুকাই হাঁহিছে। কাপোৰৰ তলত থাকিবলৈ সিহঁতৰ ভাল নেলাগে। মনে মনে উচুপি থাকে। কাপোৰৰ তলৰ পৰা ওলাব পাৰিলেই যেন সিহঁতৰ আনন্দ। হাঁহে।

বহল আলিটোৰে, আগত গৰুৰ জাক লৈ গৰখীয়াবোৰ ঘূৰি আহিছে। দিনটোৰ ভাগৰত সিহঁত ক্লান্ত। সিহঁত পিচে পিচে আহিছে। গৰুবোৰে পেটত ঘাঁহৰ বোজা লৈ লাহে লাহে আগ বাঢ়িছে। মাজে মাজে দুই এটা গৰুই ধাননি পথাৰত নামিবলৈ চেষ্টা কৰা দেখি, কাষেৰে অহা গৰখীয়াটোৱে, চেকনিডালেৰে তাৰ গতি ঠিক্ কৰি দিছে। কোনোবাই হয়তো গীত গাইছে—"বৰ ভাল পাওঁ মইনা, আহিবি অকলে, হাঁহি হাঁহি মোৰ কাষলৈ······।" ক্লান্ত ভৰিবোৰে গীতৰ তালে তালে ভৰি মিলাইছে।



—'চাবি পিতাই! গৰু বাৰীত সোমাব।' অবনীয়ে গৰুকেইটা আগত লৈ চোতাললৈ সোমাই আহিল। মনবৰে কুঠাৰখন সামৰি থৈ, বাৰীলৈ যোৱা বাটটোত থিয় দিলে। বাধা পাই, গৰু কেইটা আকৌ ঘূৰি আহি চোতালত ঘূৰি ফুৰিবলৈ ধৰিলে। অবনীয়ে সিহঁতক গোহালীলৈ খেদি লৈ গৈ আগত খেৰৰ বোজা দিলে।

মনবৰে আকৌ খৰি ফালিবলৈ ধৰিলে। ভাগৰত সিও ক্লান্ত। ভৰিহাতবোৰ অৱশ হৈ গৈছে। দিনৰ দিনটো তাৰ পথাৰতে কাটে। গধূলি বেলিকা পোৱা এইকণ সময়ৰ ভিতৰতে দুই চাৰিডাল খৰি ফালি নিদিলে ৰান্ধনী মস্কিলত পৰে।

মনবৰ গাওঁখনৰে মুখীয়াল। স্বাস্থ্য সুন্দৰ। সকলো কামতে সি আগ ৰণুৱা। খেতি-বাতি আছে। তাৰ বাহিৰেও আছে ৰাইজৰ কাম। নামঘৰত নাম দিওঁতাও হ'ল, সিয়েই। গাওঁত মেল আদি বহিলে, সিয়েই আগভাগ লয়। গাওঁৰ মানুহে তাৰ বুদ্ধিৰ তাৰিফ কৰে।

মনবৰৰ ল'ৰা ছোৱালী তিনিটা। তথাপি সি এতিয়াও ডেকা হৈ আছে। গাভৰু ছোৱালীয়ে এতিয়াও তাৰ পিনে চাই বেঁকা হাঁহি মাৰে। সিও হাঁহে।

আম গছৰ গুৰি বৰ টান। কুঠাৰ ওফৰি পৰে। তথাপি সি কুঠাৰখন টানকৈ খামোচ মাৰি ধৰি, ফালিবলৈ ধৰিলে।

এনেতে কাৰোবাৰ মাত শুনি সি নঙলামুখলৈ চালে। দেখিলে, এজনী গাভৰু থিয় হৈ আছে। সি তাইক চোতাললৈ মাতিলে। গাভৰুজনী আহিল।

পৃথিবীলৈ তেতিয়া এন্ধাৰ নামিছিল। মনবৰৰ চোতালখনো এন্ধাৰৰ কলাৰেখাবোৰেৰে ভৰি পৰিছিল।

ওচৰলৈ অহাত, সি তাইৰ মুখলৈ চাই সুধিলে—'তুমি ক'ৰ পৰা আহিছা? তোমাৰ নাম কি?'

তাই কলে—'মই বহুদূৰৰ পৰা আহিছোঁ। নাম মোৰ মালতী। লাহতীয়া গাওঁত মোৰ ঘৰ। ঘৰত আই আৰু মই আছিলোঁ। আজি এসপ্তাহ হ'ল আই ঢুকাল।'

কথাখিনি কৈ মালতীয়ে কান্দিবলৈ ধৰিলে।

মালতীক কন্দা দেখি তাৰো বেয়া লাগিল। সি তাইক সান্ত্বনাৰ সুৰত সুধিলে—'ৰবাচোন, কান্দিছা কিয়? এইদৰে কান্দিলে মানুহে কি বুলিব? তাৰ পিচত কি হ'ল কোৱা?'

কান্দোন বন্ধ হল যদিও উচুপনি তাইৰ অকণো নকমিল। 'তাৰ পিচত আৰু কি কম! আই এৰি যোৱাৰ পিচত মই তাত থাকিব নোৱাৰা হ'লোঁ। গাওঁৰ মানুহে মোৰ ওপৰত অত্যাচাৰ কৰিবলৈ আৰম্ভ কৰিলে। সকলোবে চকু মোৰ দেহাটোৰ ওপৰত। ডেকাবোৰেতো জোকাঁয়েই, যিসকলক মই জেঠা, খুৰা আদি বুলি মাতিছিলোঁ, তেওঁলোকেও মোৰ পিনে চাই হুমুনিয়াহ কাঢ়িবলৈ ধৰিলে। মানুহ ইমান জঘন্য হব পাৰে বুলি মই আগেয়ে কেতিয়াও ভবা নাছিলোঁ।

তথাপি ভগৱানক সাৰথি কৰি আছিলোঁ। কিন্তু আৰু নোৱাৰিলোঁ। শেষত যোৱা ৰাতি গাওঁ এৰি পলাবলৈ বাধ্য হলোঁ।" মালতীয়ে তলমূৰ কৰিলে।

মালতীৰ কথা শুনি মনবৰ আচৰিত হ'ল। ইমান দুখনে তাইৰ? সংসাৰৰ মানুহবোৰ পাগল হৈ গৈছে নেকি?

তাইলৈ তাৰ মৰম লাগিছিল।

—'কি হৈছিল যোৱা ৰাতি? কিহে তোমাক পলাবলৈ বাধ্য কৰিছিল, মালতী?"

—'সেইবোৰ কি কম।' তাইৰ বুকুৰ মাজৰ পৰা করুণ হুমুনিয়াহ এটা ওলাই আহিল। 'আই থাকোঁতেই গাৰঁৰ বহুতে মোৰ মোহত পৰিছিল। পুখুৰীলৈ গা ধুবলৈ যাওঁতেও কেবাজোৰা চকু মোৰ পিচে পিচে গৈছিল। মই গা ধোৱা তেওঁলোকে নিস্পলক চকুৰে চাই আছিল, মই পাৰলৈ উঠি আহিলে তেওঁলোকে লৰ দিছিল। কিন্তু, আই থকা কাৰণে কোনেও একো সাহস পোৱা নাছিল। আইক অৰণ্যে ফুচুলাইছিল। নানাবিধ বস্তুও যাচিছিল। আই কিন্তু একোকেই গ্ৰহণ কৰা নাছিল। তেওঁ মনে মনে মোৰ কাৰণে



দৰা বিচাৰিছিল। তেওঁৰ মনৰ কামনা পূৰণ হবলৈ নেপালে। ইমান দিনে ইহঁতে ইয়াকে বিচাৰি আছিল। এতিয়া যেনিবা সুবিধা ওলাল।

সদামণ্ডল আমাৰ গাওঁৰে। চহৰত হেনো ঘৰ দুৱাৰো আছে। তেওঁ মাজে সময়ে ঘৰলৈ আহে। ঘৰত তেওঁৰ ঘৈণীয়েক আৰু ল'ৰা ছোৱালী কেইটা থাকে। তেওঁৰ ডাঙৰ ল'ৰাজন মোতকৈ কেইবছৰমানে ডাঙৰ। দেউতাই মণ্ডলক ককাইদেউ বুলি মাতিছিল। মই তেওঁক জেঠা বুলি মাতিছিলোঁ। তেওঁ মোক মৰম চেনেহ কৰিছিল। ময়ো তেওঁক খুব ভক্তি কৰিছিলোঁ। আই যিদিনা ঢুকাই, সিদিনাও তেওঁ খুব দুখ কৰিছিল। মই ভাবিছিলোঁ, তেওঁ সঁচাকৈয়ে মোৰ দুখক নিজৰ দুখ বুলি লৈছে। পিচত বুজিলোঁ, সেয়া মণ্ডলৰ অভিনয়, মোক বশ কৰিবলৈ এটা কৃত্ৰিম প্ৰচেষ্টা।

নাই, মোক আৰু নুসুধিব। সকলো মোৰ ভাগ্যৰ দোষ।'

তাৰ পিচত তাই মনে মনে থাকিল। তাইৰ মনৰ মাজত হেজাৰ ধুমুহা। তাই তেতিয়াহে অনুভৱ কৰিলে, নিলাজৰ দৰে তাই অচিনাকি মানুহ এজনক কিবোৰ কলে। মানুহৰ যেতিয়া দুখ আৰু বেদনা প্ৰৱল হৈ উঠে, চিন্তা কৰিব পৰা শক্তি তেতিয়া হেৰাই যায়।

তাই আকাশলৈ চালে। নীলাকাশত জোনটো স্পষ্ট হৈ ওলাইছে। জোনৰ মৃদু পোহৰৰ মাজত থিয় হৈ তাই তলমূৰকৈ ভাবিবলৈ ধৰিলে।

আগৰ কথাবোৰ তাইৰ মনলৈ আহিল। লাহতীয়া গাওঁখন তাইৰ চকুৰ আগত ভাহি উঠিল। মনলৈ আহিল, লাহতীয়া গাওঁৰ তৰাভৰা আকাশখন। সেইখন আকাশৰ তলতে তাই ফুৰিছিল, পথাৰত ধান কাটিছিল আৰু পুখুৰীৰ পৰা পানী আনিছিল।

গাওঁৰ মাজৰ আলিটোৰ সিপাৰে ধাননি পথাৰ। ইপাৰে সিহঁতৰ ঘৰটো। সৰু ঘৰ।

তেতিয়া ৰাতি পুৱাইছিল। গাওঁৰ মানুহবোৰ সিহঁতৰ ঘৰটোৰ সম্মুখত গোট খাইছিল। মাকৰ মৰাশটো তুলসীৰ ঢাপটোৰ কাষতে শুৱাই থোৱা আছিল। মাকৰ বুকুত মূৰ থৈ তাই হুৰাওৰাৰে কান্দিছিল।

তাৰ পিচত, শ্মশানত মাকৰ চিতাখন দপ্‌দপ্‌কৈ জ্বলি উঠিছিল। ধোঁৱাবোৰ ওপৰলৈ উঠিছিল। বেয়া গোন্ধ ওলাইছিল। মানুহবোৰে মুখত কাপোৰ গুজি দীঘল বাঁহডালেৰে, শটো খুচি দিছিল। শটোত জুই লাগিছিল। তাৰ পিচত মাক নোহোৱা হৈ গৈছিল। জুই কমি আহিছিল। মানুহবোৰ আঁতৰি গৈছিল।

তাই কান্দি কান্দি বহি আছিল। ঘৰলৈ যোৱাৰ কথা তাই ভবা নাছিল। কোনো কথাই তাই ভবা নাছিল। শেষ হৈ যোৱা মাকৰ চিতাখনৰ পিনে একেৰাহে তাই চাই আছিল।

সদামণ্ডল আহিছিল। তেওঁ তাইক বুজাইছিল। তাৰ পিচত সদামণ্ডলৰ লগত তাই ঘৰলৈ গৈছিল।

মাক শোৱা খাটখনত উবুৰি হৈ, তাই কান্দিছিল। বাৰে বাৰে মাকৰ কথা মনত পৰিছিল। মাক নাই। অকল খাটখনহে আছে। আৰু তাই আছে।

দিন বাগৰে। মালতীৰ মনটোও পাতল হৈ আহে। আজি কালি তাই কান্দি নেথাকে। মাজে সময়ে মাকলৈ মনত পৰিলে, চকুহুটা সেমেকি উঠে। তাৰ পিচত আন কামত ধৰিলে, চকুৰপানী চকুতে শুকাই যায়।

এদিনৰ কথা।

তাই কলহটো লৈ পুখুৰীলৈ গৈছে। বাওঁহাতেৰে কলহটো লৈ; সোঁহাতখনেৰে, পিন্ধা মেখেলাখন অলপ ওপৰলৈ কোঁচাই লৈছে। তাই, পুখুৰীৰ পাৰত মণ্ডলক লগ পালে। তেওঁ তাতে বহি আছিল। তাইক দেখি তেওঁ থিয় হৈ, তাইৰ পিনে আগবাঢ়ি আহিল। মণ্ডলক দেখি তায়ো থিয় হ'ল।



ওচৰ পাই মণ্ডলে সুধিলে—'পানী নিবলৈ আহিছ, মালতী ?'

মালতীয়ে উত্তৰ দিলে—'ওঁ'

—'তোৰ বৰ কষ্ট হৈছে, নহয়।'

—'কষ্টতো হৈছেই। পিচে, কপালত যি লেখা আছে তাক নোহোৱা কৰিম কেনেকৈ ?'

—'ইচ্ছা কৰিলে তই নোহোৱা কৰিব পাৰ।'

—'ইচ্ছা কৰিলে!' তাই মণ্ডলৰ মুখলৈ চালে। 'ইচ্ছা কৰিলেই মানুহে সকলো কৰিব পাৰে নেকি ?'

—'ওঁ, পাৰেতো!' মণ্ডলে হাঁহি হাঁহি কলে। 'তহঁত উঠি অহা ছোৱালী। তহঁতে কি কৰিব নোৱাৰ ? পিচে, গাওঁত থাকিলে একো নহয়। দা' এখন কিনি আনিলেই বাঁহ কাটিব নোৱাৰ। বাঁহ কটাৰ কাৰণে উপযুক্ত কৰি লবলৈ কমাৰ লাগিব। আগতে দা'ৰ মুখখন ধৰাই নললে বাঁহ কাটিবি কেনেকৈ ?'

—'বাঁহ! কমাৰ! আপুনি এইবোৰ কি কৈছে জেঠা ?' মালতী আচৰিত হৈ গৈছিল, মণ্ডলৰ কথা শুনি।

—'অতি সত্য কথাকে কৈছোঁ। তই বুজিহে পোৱা নাই। ধৰ, তই এখন দা', দা' হৈ জন্ম ললেও তোৰ একো মূল্য নাই। কিয়নো, তোৰ জীৱনটোৰে তই একো কৰিব নোঁৱাৰ। নতুন দা' এখন ব্যৱহাৰ কৰাৰ আগতে যেনেকৈ কমাৰক দিয়া হয়, মুখখন মিহি কৰি উপযুক্ত কৰিবলৈ, তেনেকৈ তয়ো যদি তোৰ জীৱনটোক ৰূপ দিবলৈ বিচাৰ, তেনেহলে আগতে বিচাৰিব লাগিব এজন কমাৰ। ভাল জীৱন এটা গঢ়ি তুলিবলৈ এজন ভাল কমাৰৰ দৰ্কাৰ। সেয়ে হলে .....'

—'বুজিছোঁ।' মালতী আগবাঢ়িবলৈ ধৰিলে। এনেতে মণ্ডল তাইৰ আগত থিয় হৈ সুধিলে—'তই মোৰ কথা বুজি পালিনে নাই ?'

—'পালোঁ। আপোনাৰ কথা বুজি নেপাম কিয় ?' তাই অলপ টানকৈয়ে কলে।

—'তই যে বুজি পাবি, মই আগতেই জানো।' মণ্ডলে হাঁহি কলে। 'মই কৈছিলোঁ কি, তই চহৰলৈকে বল। মই সকলো ঠিক কৰি দিম। তাত বহুত ধুনীয়া ধুনীয়া বস্তু আছে। তুয়ো একেলগে থাকিম। মটৰ দেখিছ নহয়! যোৱাবাৰ যে ভোট নিবলৈ আহিছিল। তেনেকুৱা মটৰ চহৰত বহুত আছে। তাত থাকিলে তই মটৰতো উঠিবলৈ পাবি। বৰ ভাল হব, বুইছ।'

তাই একো নেমাতি আগবাঢ়ি গ'ল। এনেতে আন দুজনী তিৰোতা পানী নিবলৈ অহা দেখি মণ্ডল পিচে পিচে নগৈ পিচপিনৰ পৰা কলে—'তই ভাবি চা। সন্মত থাকিলে মোক পিচত জনাবি।'

তিৰোতাদুজনীক দেখুৱাই, জেপৰপৰা দীঘল ফিটাডাল উলিয়াই তেওঁ লাহে লাহে আঁতৰি গ'ল।

কি কৰিব, মালতীয়ে একো ভাবি নেপালে। দুখত তাইৰ চকু পানী ওলাল। কিমান সহিব তাই। এই বহল পৃথিবীখনত তাইৰ আপোন বুলিবলৈ কোনো নাই। তাই অকলে। কিমান যুজিব তাই ভাগ্যৰ লগত।

সন্মুখৰ শ্ৰীকৃষ্ণৰ ফটোখনলৈ চাই তাই কান্দে। চাকিৰ ক্ষীণ পোহৰত শ্ৰীকৃষ্ণৰ মুখখন জিলিকি উঠে। তাই কিছুপৰ একেৰাহে চাই থাকে। আৰু কিমান দিন প্ৰভু! কিমান যাতনা ভুঞ্জাবা মোক! কি অন্যায় কৰিছিলোঁ মই তোমাৰ? মই মানুহ। তুমি দেৱতা। কিবা অন্যায় যদি কৰিছিলোৱেই, তুমি ক্ষমা নকৰিলা কিয়! দেৱতাই জানো মানুহক খং কৰে! দেৱতাই জানো মানুহৰ ওপৰত প্ৰতিশোধ লয়! মোৰ ওপৰত প্ৰতিশোধ লবলৈ গৈ, তুমি নিজৰ ওপৰতে প্ৰতিশোধ নলবা জানো? মই কোন? আই দেখোন কৈছিল, মানুহৰ অন্তৰত ভগৱান থাকে। মানুহ ভগৱানৰ অংশ। তেনেহলে মোৰ ওপৰত তোমাৰ এই অভিমান কিয়?

আৰু মণ্ডল! তেৰোঁ জানো তুমিয়েই নোহোৱা! তুমি, তোমাৰ বিৰুদ্ধেই যুজিব গৈছা কিয়, প্ৰভু?



এনেতে বাহিৰত শব্দ শুনি তাই চমকি উঠিল। তাৰ পিচত হাতত মাটিৰ চাকিটো লৈ দুৱাৰমুখলৈ গ'ল। দুৱাৰখনৰ মাজৰ সৰু ফাঁকটোৰে বাহিৰলৈ জুমি চাই, তাই দুৱাৰখন খুলি দিলে। মণ্ডলৰ ঘৰত কামকৰা তিৰোতাজনী সোমাই আহিল। মালতীয়ে তাইক বহিবলৈ দিলে। মালতীৰ বিচনাখনতে বহি তাই, কাগজ এটুকুৰা মালতীলৈ আগবঢ়ালে। দুৱাৰখন বন্ধ কৰি; মালতীয়ে চিঠিখন পঢ়িবলৈ ধৰিলে—

মালতী!

আজি ৰাতি তুমি সাজু হৈ থাকিবা। ৰাতিৰ ভিতৰতে আমি গুচি যাম ইয়াৰপৰা, য'ত তোমাৰ বা মোৰ আপোন মানুহ কোনো নাই। আমি যাব খোজা ঠাইখিনিৰ মানুহে আমাক চিনিকে নাপাব। মই অলপ পিচতে গৈছোঁ। ইতি—

তোমাৰ

'জেঠা'

চিঠিখন পঢ়ি সৰ্ব্বশৰীৰ তাইৰ কঁপি উঠিল। ভয়তে কান্দি দিবলৈ মন গ'ল। একোকে নেমাতি থিয় হৈ থকা দেখি, তিৰোতা-জনীয়ে কলে—'মই যাওঁ। পলম হলে মোক বকিব।'

মালতীয়ে দুৱাৰখন খুলি দিলে। তিৰোতাজনী ওলাই গ'ল। তাই আকৌ দুৱাৰখন জপালে।

দুৱাৰমুখত কিছুপৰ থিয় হৈ থাকি তাই, শ্ৰীকৃষ্ণৰ ফটোখনৰ কাষলৈ আহি, আঠুকাঢ়ি বহিল। চাকিটো জ্বলি আছিল। তাই ওপৰলৈ চালে। দেখিলে, স্বয়ং শ্ৰীকৃষ্ণই তাইলৈ চাই মিচিকিয়াই হাঁহি আছে। তাহানি কালতে, কৌৰৱৰ ৰাজসভাত, দ্ৰৌপদীক ৰক্ষা কৰাৰ পিচত হহাঁ বিজয়ী হাঁহিটো এতিয়াও তেওঁৰ মুখত লাগি আছে। কি সুন্দৰ এই হাঁহি। কি মায়া লাগে এই হাঁহি দেখিলে।

মালতীৰ চকুৰ পৰা পানীৰ ডাঙৰ ডাঙৰ টোপালবোৰ বাগৰি আহিল। তাই হাতদুখন লগ লগাই শ্ৰীকৃষ্ণৰ ফটোখনলৈ চাই

কৰলৈ ধৰিলে—'প্ৰভু! দ্ৰৌপদীক ৰক্ষা কৰাৰ দৰে মোকো ৰক্ষা কৰা এই বিপদৰ পৰা। তোমাৰ বাহিৰে মোৰতো আন কোনো নাই। তোমাকেই মই আশ্ৰয় দাতা বুলি ভাবিছোঁ। মোক নিৰাশ নকৰিবা প্ৰভু।'

তাই এনেদৰে ফটোখনৰ সন্মুখত বহু সময় বহি ৰ'ল। ৰাতি তেতিয়া ভালেখিনি হৈছিল। চকুহুটি তাইৰ জাপ খাই আহিছিল। এনেতে বাহিৰত তাই কাৰোবাৰ ভৰিৰ শব্দ শুনিবলৈ পালে। তাইৰ বুকুখন কঁপি উঠিল। এইবাৰ তাই দুৱাৰত কোনোবাই খুন্দিওৱা শব্দ শুনিলে। তাৰ পিচত তাইৰ নাম ধৰি মতাও শুনিলে। তাই বুজিলে, সেয়া মণ্ডলৰ মাত। তথাপি তাই বহাৰ পৰা নুঠিল। যেনেকৈ আছিল তেনেকৈয়ে বহি থাকিল।

তাই দুৱাৰ খুলি নিদিয়া দেখি, তাইৰ টোপনি অহা বুলি ভাবি, মণ্ডলে দুৱাৰখনত চপৰিয়াবলৈ ধৰিলে।

তাই পিচপিনৰ দুৱাৰখন খুলিলে। সন্মুখৰ দুৱাৰখনত মণ্ডলে তেতিয়াও চপৰিয়াই আছিল। তাই ভিতৰৰ পিনে এবাৰ চাই লৈ, পিচপিনৰ দুৱাৰখনেৰে ওলাই গ'ল।

আকাশৰ জোনটো ম্লান হৈ আহিছে। কেতিয়াবা এটুকুৰা মেঘে ঢাকি থলে একেবাৰে এন্ধাৰ হৈ পৰে। তাৰ পিচত আকৌ জোনটো ওলাই আহে, মেঘৰ টুকুৰাৰ কবলৰ পৰা নিজকে মুক্ত কৰি।

অলপ পোহৰ, অলপ এন্ধাৰৰ মাজে মাজে তাই দৌৰিবলৈ ধৰিলে।

—'ভিতৰলৈ আহা।' মনবৰৰ ঘৈণীয়েকৰ মাতত তাই উচপ্ খাই উঠিল। কিবোৰ যে ভাবি আছিল তাই। মনবৰ তাইৰ সন্মুখৰ পৰা কেতিয়া আঁতৰি গৈছে, তালৈ তাইৰ ভ্ৰূক্ষেপ নাই।

মালতীয়ে তেওঁৰ মুখলৈ চালে। হাতত চাকিটো লৈ মনবৰৰ ঘৈণীয়েক তাইৰ কাষতে থিয় হৈ আছিল। লৰা ছোৱালীকেইটাই,



মাকৰ গাত ধৰি তাইৰ মুখলৈ চাই আছিল। কিছুপৰ তাই মনবৰৰ ঘৈণীয়েকৰ মুখলৈ চাই থাকিল। তেওঁৰ মুখখন তিতি আছিল। মালতীৰ হাত এখনত ধৰি তেওঁ—'কলে তুমি ইয়াতে থাকা। কলৈকো যাব নেলাগে। নিজৰ ঘৰ বুলি থাকিবা। আমাৰো অলপ সহায় হব।'

মালতীৰ মুখ হাঁহিৰে ভৰি গ'ল। কি কব, তাই ভাবি নেপালে। তাই চকু দুটা মুদি দিলে।

মালতী মনবৰৰ ঘৰতে থাকিবলৈ ললে। মনবৰৰ ডাঙৰ জীয়েক নীলু তাইৰ লগৰীয়া হল। বয়সত তাই মালতীতকৈ কেইবছৰমানে সৰু। দুয়ো বন্ধু। একেলগে পথাৰলৈ যায়। কঠিয়া তোলে। গধূলি ঘৰলৈ ওভোতে।

মালতী অহাৰ পৰা মনবৰৰ অলপ সুবিধা হৈছে। কঠিয়া তুলিবলৈ আনক মাতিব নেলাগে এতিয়া। তাই বেচ্ কৰ্ম্মী। ভাগৰ লাগিলেও তাইৰ মুখখনে হাঁহি থাকে। সেইখন মুখত যেন অলপো বেজাৰ নাই। নাই ক্লান্তিৰ আভাষ।

ঘৰলৈ আহিও তাই তজ্‌বজাই থাকে। বহি থাকিবলৈ যেন অকনো ভাল নেলাগে তাইৰ।

কেতিয়াবা নীলুৰ মাক নোৱাৰা হলে, সিহঁত দুয়ো ৰান্ধনি ঘৰলৈ যায়। নীলুই যোগাৰ কৰি দিয়ে; মালতীয়ে ৰান্ধে।

দিনবোৰ পাৰ হৈ যায়।

এদিনৰ কথা। তেতিয়া ৰাতি দুপৰ। মালতী আৰু নীলু শুই আছে। এনেতে মালতী উচপ্ খাই উঠিল। সেইয়া শব্দ ক'ৰ পৰা আহিছে। তাই অলপ সময় কাণপাতি বৈ শুনিলে। কোনোবাই যেন দুৱাৰখন খুলিব খুজিছে। তাই চাকিটো জ্বলাই চালে; ঘৰৰ ভিতৰত কোনো নাই। দুৱাৰখনত হেঁচা দি চালে। বন্ধ আছে। তাই আকৌ বিচনাত বাগৰ দিলে।

অলপ পিচত দুৱাৰত আকৌ হেঁচা পৰিল। এইবাৰ মালতীয়ে

সাৰ পোৱা নাই। দুৱাৰৰ কাষেৰে হাত এখন সোমাই আহিল। সেই হাতখনে, ভিতৰৰ পিনেদি দুৱাৰত লগাই থোৱা বাঁহ টুকুৰা সোলোকালে। এইবাৰ দুৱাৰখন মেল খালে। মনবৰ সোমাই আহি মালতীৰ কাষত থিয় দিলে। বেৰৰ ফাকেঁৰে বাহিৰৰ জোনাকবোৰ ভিতৰলৈ সোমাই আহিছে। মালতী ওপৰৰ পিনে মুখ কৰি শুই আছিল। মনবৰে ইফালে সিফালে চাই ; হাতখন মালতীৰ বুকুৰ ওপৰত থলে। মালতীয়ে উচপ্ খাই উঠি চিঞৰিলে 'কোন ?'

মনবৰ লাজত পৰিল। সি নীলুৰ পিনে চাই কলে—'মই। তাই সাৰ পোৱা নাইতো! নীলুক চাবলৈ আহিলোঁ।'

—'নাই। তাই শুই আছে। আপুনি তাইৰ কাৰণে ভাবিব নেলাগে। শুই থাককগৈ।' নীলুৰ গাৰ কাপোৰখন ঠিকেই আছিল যদিও মালতীয়ে আকৌ অলপ আগৰ পিনে টানি দিলে।

মনবৰ ওলাই গ'ল। মালতী উঠি গৈ, দুৱাৰত বাঁহটুকুৰা লগাই দি শুই থাকিল।

মনবৰ চোতালত কিছুসময় থিয় হৈ থাকিল। কিহৰ পৰা যে কি হ'ল, সি নিজেই কব নোৱাৰিলে। সি বুকুখনত হাত দি চালে। বুকুখন থক্থক্কৈ কঁপিছিল। ই অন্যায়। মালতীৰ প্ৰতি তাৰ এই অসৎ চিন্তা কিয়? সি ভাবিলে। তাৰ পিচত সি ঘৰ সোমাল।

কেছুৱাটোৰে সৈতে ঘৈণীয়েক শুই আছিল। ঘৈণীয়েকৰ মুখখনৰ পিনে একেৰাহে সি চাই থাকিল। দুখ লাগিল তাৰ। ঘৈণীয়েকৰ কাৰণে বেজাৰ লাগিল। এই মুখখনত পাপৰ কোনো চিন নাই। দুখ নাই। অশান্তি নাই। তাই শান্তিত শুইছে। কিন্তু তাৰ টোপনি নাহে কিয়?

সি তাইৰ মূৰটো নিজৰ বুকুৰ মাজলৈ চপাই আনিলে।

কেইদিনমানৰ কাৰণে নীলুহঁত মোমায়েকৰ ঘৰলৈ গ'ল। মোমায়েকৰ ডাঙৰজনী ছোৱালীৰ বিয়া। মোমায়েক নিজে আহি



সকলোটিকে বিয়াৰ এসপ্তাহ আগতে লৈ গৈছে। ঘৰত থাকিল মনবৰ আৰু মালতী।

অকলে থাকিবলৈ লগা হোৱাত মলতীৰ ভাল লগা নাই। মনবৰ ৰাতিপুৱাই ওলাই গৈছে পথাৰলৈ, নীলুহঁত যোৱাৰ অলপ পিচতে।

ৰাতি খাই বৈ উঠাৰ পিচত মালতীয়ে বিচনাত বাগৰ দিছে। মনবৰে হোকাটো হুপি হুপি মালতীৰ লগত কথা পাতিছে। মনবৰৰ কথা যেন শেষ নহয়। ক'ত ৰকমৰ যে কথা। ডেকা-কালত সি কি কৰিছিল, গাওঁতে হোৱা ভাওনাত ৰামৰ ভাও লৈ মানুহক কেনেকৈ কন্দুৱাইছিল, ইত্যাদি কওঁতে কওঁতে ৰাতি বহুতো হৈ গ'ল।

মালতীৰ চকু দুটা জাপ খাই আহিছিল। জোৰকৈ তাই সাৰপাই আছিল। অৱশেষত তাই মনবৰক কলে—'আপুনি শোৱকগৈ। ৰাতি বহুত হ'ল।'

—'মোৰ কাৰণে ভাবিছা কিয়? তোমাৰ টোপনি নহালেকে মই শুবলৈ যাব নোৱাৰোঁ। ৰাতি চক্-টক্ খালে...........।' মনবৰে হোকাটো আকৌ মুখলৈ আনিলে।

—'চক্ কিয় খাই খুবা?' মালতীৰ ভয় লাগিছিল।

—'নেলাগে দিয়া সেইবোৰ শুনিবলৈ। শুনিলে ভয়হে খাবা।'

তাই চমকি উঠিল। তথাপি অলপ সাহস কৰি সুধিলে— 'কওকচোন, ভয় খাব লগা ইয়াত কি আছে?'

—'এইখিনি অলপ বেয়া ঠাই। বহুবছৰ আগতে এই ঘৰটোত মোৰ এজন খুৱাই গলত জৰী লগাই, সৌ বাঁহডালত বান্ধ লগাই আত্মহত্যা কৰিছিল।' মনবৰে, মালতীৰ বিছনাৰ ওপৰত, চালত লাগি থকা বাঁহ এডাললৈ আঙুলিয়াই কলে, 'তেতিয়াৰ পৰা এই ঘৰটোত কিহবাই বাহ ললে। ৰাতি দুপৰত বাহিৰত কোনোবাই

কান্দে। এদিনাখন নীলুৰ মাকে এই ঘৰটোতে এজন বৰ আচৰিত ধৰণৰ মানুহ দেখিছিল।

মালতী বিচনাৰ পৰা জাপ মাৰি নামি মনবৰৰ গলত ধৰিলেহি। ভয়তে তাই কথা কব নোৱাৰা হৈ গ'ল।

—'তুমি উঠি আহিলা কিয়? মই আছোঁ নহয়। তোমাৰ কোনো ভয় নাই।'

—'নহয়, মই ইয়াত নোশোওঁ।' তাই ভয়ে ভয়ে কলে।

—'তেনেহলে বলা। মোৰ কোঠাতে শুই থাকিবা।' মনবৰে তাইক নিজৰ শোৱা কোঠালৈ লৈ গ'ল।

দুৱাৰখন মেলি মালতী বাহিৰলৈ ওলাই আহিল। গা'ৰ কানি কাপোৰ তাইৰ অসংযত। মূৰৰ চুলিবোৰ চাৰিওপিনে বাগৰি পৰিছে। গোটেই মুখখনতে বিষাদৰ ক'লা চেকা। তাই হাত দুখনেৰে মুখখন ঢাকি কান্দিবলৈ ধৰিলে।

দুৱাৰ খোলাৰ শব্দত মনবৰৰ টোপনি ভাগিছিল। মালতীক বিছনাত নেদেখি, সি বাহিৰলৈ ওলাই আহিল।

মালতীয়ে তেতিয়াও কান্দি আছিল। সি তাইৰ ওচৰলৈ আহি বুজালে—'তুমি তেনেখন কৰিছা কিয়? নাপায় নহয়! মানুহে শুনিলে কি বুলিব!'

মালতী তাৰ কাষৰ পৰা আঁতৰি আহিল। 'কিয়! কিয় আপুনি মোৰ এই সৰ্ব্বনাশ কৰিলে? মইতো আপোনাক বিশ্বাস কৰিছিলোঁ। আপুনি কিয় মোৰ সেই বিশ্বাস ভাঙিলে? মোৰ কি হব এতিয়া? আপোনাৰ মই কি অনিষ্ট কৰিছিলোঁ, যাৰ কাৰণে আপুনি মোৰ ওপৰত এনেকৈ প্ৰতিশোধ ললে। ধৰক, আপোনাৰ সৌ সবল বাহু দুখনেৰে মোৰ গলটোত চেপা মাৰি ধৰক। মাথো অলপ সময়। তাৰ পিচত সকলো ঠিক হৈ যাব।' মালতীয়ে হাতদুখনেৰে নিজৰ মূৰৰ চুলিবোৰ টানিবলৈ ধৰিলে।



মনবৰে জোৰকৈ তাইৰ হাতদুখনত ধৰিলে। 'বলিয়াৰ দৰে এইবোৰ কি কৰিছা? মই আছোঁ যেতিয়া, তোমাৰ কোনো ভয় নাই। মই সকলো ঠিক কৰি লম।'

—'ঠিক কৰি লব?' তাইৰ খং উঠি গ'ল। 'কি কৰিব পাৰে আপুনি? আপুনি পুৰুষ মানুহ। আপোনাক কোনোৱে বেয়া নোবোলে। কিন্তু মোক? মোক জানো মানুহে আশ্ৰয় দিব?'

—'মই তোমাক আশ্ৰয় দিম। তোমাৰ সকলো দায়িত্ব মোৰ ওপৰত।' এতিয়া আহা।' মনবৰে তাইক ঘৰৰ ভিতৰলৈ লৈ গ'ল।

অজয়ৰ চকুপানী ওলাল। কি দুখলগা কাহিনী। বহীটো জপাই থৈ, সি হৰিমনৰ মুখৰ পিনে চাই থাকিল।

জ্বলি থকা লেম্‌টোৰ ফিটাডাল আৰু অলপ বঢ়াই দি হৰিমনে সুধিলে—'কি হল? পঢ়ি যা।'

—'নোৱাৰোঁ। বৰ দুখ লাগে। মানুহৰ ওপৰত মানুহৰ যে কি অত্যাচাৰ! নাৰী বুলিয়েই হয়তো তাই এই অত্যাচাৰ সহি যাব লগা হৈছে।'

—'মানুহ অৱস্থাৰ দাস। কৰোঁ বুলি মানুহে নিজে একো কৰিব নোৱাৰে। অৱস্থাৰ তাড়নাতহে মানুহে কৰে। ওঁ, পঢ়ি যা।'

অজয়ে আকৌ বহীখন হাতত তুলি ললে।

গাওঁৰ এমূৰে, মনবৰে, মালতীৰ কাৰণে এটা সৰু ঘৰ সাজিলে। এতিয়া মালতী তাতে থাকে। গাওঁৰ মানুহে সকলো জানিলে। তাইক দেখিলেই তেওঁলোকে ইতিকিং কৰে। বেচাৰীয়ে কান্দে। তাৰ বাহিৰে কি কৰিব তাই? তাই যেন কান্দিবলৈহে আহিছে। হাঁহিবলৈ তাই কোনোদিনেই নেপালে। তাই কান্দে। তাইৰ চকুপানী দেখি দূৰৰ আকাশখনেও উচুপে।

মনবৰে তাইৰ বাতৰি লয়। ইবিধ সিবিধ বস্তু আনি দিয়ে। কেতিয়াবা ৰাতি বহুতো হৈ যায়। মনবৰৰ সিপিনে মনেই নেথাকে।

ৰাতি দুপৰত মনবৰ নিজৰ ঘৰলৈ আহিল। দুৱাৰখন ভিতৰৰ পৰা বন্ধ হৈ আছিল কাৰণে, সি খুন্দিয়াবলৈ ধৰিলে। দুৱাৰ খোলাৰ কোনো সহাঁৰিকে পোৱা নগল। মনবৰে আকৌ খুন্দিয়ালে। এইবাৰ ভীষণ শব্দ কৰি দুৱাৰখন খুলি গ'ল। সি ভিতৰ সোমাল। ঘৈণীয়েক, দুৱাৰখন খুলি দি মজিয়াতে বৈ আছিল। মনবৰ ভিতৰ সোমালত তেওঁ কলে—'নহা হলেই ভাল আছিল দেখোন। ৰাতি চাবিডাঁৰ তাইৰ তাতে কটাই দিলেই হলহেঁতেন।' সি একো নেমাতিলে।

ঘৈণীয়েক ৰান্ধনি ঘৰলৈ গৈ মনবৰক ভাত বাঢ়ি দিলে। খাবলৈ বহি মনবৰে সুধিলে—'ইহঁত শুলেনে?'

—'ওঁ শুলে।' লাহেকৈ কব খুজিছিল যদিও, কথাষাৰ কিন্তু তেওঁৰ মুখৰ পৰা টানকৈহে ওলাল। মনবৰে ভাত খাবলৈ আৰম্ভ কৰিলে। ঘৈণীয়েক কাষত থিয় হৈ থাকিল।

ভাত খোৱা হলত, মুখখন ধুই মনবৰ বিছনালৈ আহিল। হোকাটো হাতত দি ঘৈণীয়েকে সুধিলে—'মালতীৰ বোলে লৰা হল, সঁচানে?'

—'তোমাক কোনে কলে এইবোৰ কথা!' মনবৰ গজ্‌গজাই উঠিল।

—'ইচ, মই যেন নেজানোহে। সকলো কথা জানো। ইমান দিনে মনে মনে আছোঁ। কিন্তু যদি দেখোঁ, আপুনি নিজৰ ঘৰ এৰি তাইৰ ঘৰত আছে, তেতিয়া হলে কথা বেয়া হব।'

—'মনে মনে থাকা। ৰাতি বহুত হ'ল।' হোকাটো ঘৈণীয়েকৰ হাতত দি সি বিছনাত বাগৰ দিলে।

—'মনে মনে নেথাকি কি কৰিছোঁ!' ঘৈণীয়েকে এইবাৰ অলপ টানকৈয়ে কলে। 'মনে মনে নথকা হলে ইমান দিনে ক'ৰ পানী ক'লৈ গ'লহেঁতেন! তাইৰ চৰিত্ৰ মই আগৰ পৰাই জানো। তাই কম ছোৱালী নহয়। ভাল হলে জানো লোকৰ ঘৰ ভাঙিবলৈ আহে!'



—'হৈছে হৈছে। এতিয়া শুবলৈ দিয়া।' মনবৰে বেৰাৰ পিনে মুখ দি, গাৰ কাপোৰখন অলপ ওপৰৰ পিনে টানি লৈ শুবলৈ যত্ন কৰিলে।

অৱশেষত ঘৈণীয়েক মনে মনে থাকিল।

জীৱন ডাঙৰ হৈ আহিল। সি প্ৰাইমাৰী স্কুললৈ যোৱা অহা কৰিবলৈ ধৰিলে। গাৱঁৰ সোঁ মাজত স্কুল ঘৰটো। তাৰ পিচপিনে খেল পথাৰখন। আবেলি খেল পথাৰত ৰবাব টেঙা দৌৰে, লগৰীয়াবোৰে খেলে। সি খেল চাই থাকে। তাৰো খেলিবৰ ইচ্ছা। কিন্তু কোনোৱে তাক খেলিব নিদিয়ে।

এদিনৰ কথা।

খেলপথাৰত লৰাবোৰে খেলিব ধৰিছে। জীৱন ওচৰতে থিয় হৈ আছে। এনেতে এজনে কলে—'জীৱনক খেলিবলৈ দে। চাচোন সি কেনেকৈ থিয় হৈ আছে। দেখিলেই মৰম লাগে।'

তাৰ কথাত সকলোৱে হাঁহিলে। জীৱনে তলমূৰ কৰিলে।

আন এজনে সুধিলে—'তোৰ দেউতাৰ নাম কি অ' জীৱন? দেউতাৰাৰ নাম কব পাৰিলে, তোক খেলিবলৈ দিম। কৈ দে নামটো!'

—'দেউতাৰ নাম মই নেজানোঁ।' সি লাহে লাহে কলে।

—'দেউতাৰ আছে নে নাই?' আন এজনে সুধিলে।

—'নাই।' বুলি কৈ সি আকৌ তলমূৰ কৰিলে।

আকৌ ল'ৰাবোৰে হাঁহিবলৈ ধৰিলে।

—'যাচোন, ঘৰলৈ গৈ শোধগৈ, তোৰ দেউতা ক'ত? যা!'

জীৱন ঘৰলৈ গ'ল। সি যোৱাৰ পিনে চাই আটায়ে গিৰ্জনি মাৰি হাঁহিলে।

মালতী ৰান্ধনি ঘৰত আছিল। জীৱনে পদূলিমুখৰ পৰা চিঞৰিলে—'মা! অ' মা!'

ৰান্ধনি ঘৰৰ পৰা মাক ওলাই আহিল।—'কি হল তোৰ! সোনকালে আহিলি যে আজি! ভোক লাগিছে?'

—'ভোক লগা নাই মা।' বাৰু মা, সি মাকৰ মুখৰ পিনে চাই সুধিলে, 'আমাৰ দেউতা ক'ত?'

জীৱনৰ এই প্ৰশ্নত মালতী আচৰিত হ'ল। জীৱনৰ এতিয়া ছবছৰ বয়স। মাকক বিপদত পেলোৱাৰ বয়স এতিয়াও তাৰ হোৱা নাই। ই নিশ্চয় কোনোবা ডাঙৰ লৰাৰ কাম। তেওঁ জীৱনক কোলালৈ টানি আনি চুমা এটা খালে। মাকৰ মৰম পাই সি সকলো পাহৰি গ'ল। দেউতাকৰ কথাও সুধিব পাহৰিলে।

জীৱন! জীৱনলৈ তাৰ দুখ লাগিল। কিমান অজলা সি! মানুহৰ ইতিকিংও বুজিব নোৱাৰে। সৰুতে সিও জীৱনৰ দৰেই আছিল। তাকো তাৰ লগৰীয়াবোৰে খেলিবলৈ দিয়া নাছিল, দেউতাকৰ নাম কব নোৱাৰাৰ কাৰণে। সিও দৌৰি গৈছিল মাকৰ ওচৰলৈ, দেউতাকৰ কথা সুধিবলৈ। কিন্তু মাকৰ মৰমসনা চুমাৰ পৰশে তাক সকলো পাহৰাই দিছিল।

আৰু যে কিমান অভাগা আছে এই সংসাৰখনত! দেউতাক নোহোৱা কাৰণে সিও কম কষ্ট পোৱা নাছিল! জীৱনেও কষ্ট পালে। জীৱনৰ দেউতাক বাৰু ক'ত?

আৰু তাৰ? তাৰ দেউতাক জানো নাহিব? কোনে জানে? কোনে জানে সেই দিনটোলৈ আৰু কিমান দিন বাকী?

সি উপলব্ধি কৰে, জীৱনৰ কাহিনীটো যেন জীৱনৰ নহয়—তাৰ। তাৰ দেউতাক নাই। জীৱনৰো নাই। আৰু হয়তো বহুতৰে দেউতাক নাই।

তেতিয়া এন্ধাৰ নামিছে। মজিয়াত মনবৰ আৰু মালতীয়ে কথা পাতি থাকে। কাষত মাটিৰ চাকিটো জ্বলি থাকে। চাকিটোৰ



মুখৰ চিমাখিনি এফলাই দি মনবৰে কলে—'জীৱনে এইবাৰ প্ৰাইমাৰী পৰীক্ষা পাছ কৰিলে। তাক হাইস্কুলত নাম লিখি দিয়াৰ ব্যৱস্থা কৰিব লাগে।'

মনবৰৰ কথাত মালতীৰ মুখখন খন্তেকতে ক'লা পৰি গ'ল। মনবৰৰ পিনে চাই তেওঁ ক'লে—'তাক চহৰলৈ কেনেকৈ পঠাম। সি একেবাৰে সৰু ল'ৰা। একোকে নুবুজে। মই লগত নেথাকিলে সি বৰ কষ্ট পাব।'

—'তাতকৈ কিমান সৰু লৰা আছে চহৰত! সি কি কষ্ট পাব!' মই মাজে মাজে গৈ খবৰ লৈ থাকিম। তাৰ একো অসুবিধা নহ'ব।'

—'হলেও……।' কিবা কবলৈ খুজিও মালতী বৈ গ'ল।

—'তুমি আপত্তি নকৰিবা, মালতী! পাহৰি নেযাবা, এইখন গাওঁ। ইয়াৰ মানুহে কোনো কথাকে নেপাহৰে। জীৱন এতিয়া সৰু। কিন্তু এদিন সি ডাঙৰ হব। তেতিয়া যদি সি বুজিব পাৰে আমাৰ সম্বন্ধটোৰ কথা, কি হব ভাবি চোৱাচোন! তাৰ ভৱিষ্যতৰ কাৰণেহে মই কৈছোঁ। গাৱঁৰ মানুহে তাক কোনো দিনেই ভাল নেপাব। এওঁলোকৰ চকুত সদায় সি জাৰজ। তাতকৈ সি চহৰতে থাকক। তাতে পঢ়ি শুনি চাকৰি এটা লওক।'

—'এটা কাম কৰা যাওক। আজি ৰাতি সকলো কথা মই তাক কৈ দিওঁ। সি মোক ভাল পায়। মোক সি কেতিয়াও খং নকৰে। আপোনাকো নকৰে।'

—'নহয়, সেইটো হলে বেয়া হব। সি এনেকৈয়ে থাকক। এদিন সি নিজে নিজেই বুজিব পাৰিব।'

—'চহৰলৈ গলে জানো মানুহে তাক ভাল পাব! জানোচা তাতো তাক মানুহে ….।'

—'সেইবোৰ তুমি ভাবিব নেলাগে। চহৰৰ কথা মই জানো। চহৰত বহুত কাম। এইবোৰ সৰু সৰু কথা ভাবিবৰ চহৰৰ

মানুহৰ আহৰি নাই। তাক তুমি চহৰলৈ পঠাবৰ যোগাৰ কৰা। পৰহি দিনাৰ তাৰিখটোও ভাল। সিদিনাই আমি যাত্ৰা কৰিম।'

জীৱনে তেনেহলে তাৰ দেউতাকক পালে। জীৱনৰ দেউতাক কোন? মনবৰ নহয় জানো? অজয় যদি জীৱন হয়? গাওঁবুঢ়া যদি·····?

সি থমকি ৰ'ল। লেমৰ পৰা অহা কেৰাচিনৰ গোন্ধটো সিহঁতৰ নাকত লাগিছিল।

—'ওঁ, সোনকালে শেষ কৰ।' অজয় মনে মনে থকা দেখি হৰিমনে কলে।

অজয়ে বহীটো টুকুৰা টুকুৰকৈ চিঙি তাৰ পৰা দৌৰ মাৰিলে।

বকুল গছজোপাৰ তলত সি অলপ সময় ৰ'ল। থিয়েটাৰ তেতিয়াও শেষ হোৱা নাছিল। মঞ্চখন এন্ধাৰ হৈ আছে। পিচপিনৰ পৰা এচিকটা পোহৰ আহি মঞ্চখনৰ ওপৰত পৰিলেও, গোটেই মঞ্চখনত পৰা নাই। অলপ এন্ধাৰ, অলপ পোহৰৰ মাজেৰে ওলাই আহিল এজন বুঢ়া। লগত এটা সৰু লৰা। বুঢ়াৰ কান্ধত এখন ভাৰ। লৰাটোৰ হাতত এখন মোনা। মঞ্চত ভালকৈ পোহৰ নপৰাৰ কাৰণে সি তেওঁলোকক চিনি নেপালে।

এনেতে মঞ্চৰ কাষতে বহি থকা কেইজনমানে চিঞৰি উঠিল—'বাঃ বিজয়।'

সি পোনেই ঘৰলৈ লৰ দিলে। মূৰটো তাৰ গৰম হৈ উঠিছিল তেতিয়া। গাওঁবুঢ়া তেনেহলে তাৰ দেউতাক। মাকেতো তাক কোনো দিনে কোৱা নাই এই কথা। গাওঁবুঢ়া! এই মানুহজনৰ প্ৰতি তাৰ ঘৃণা উপজিল। কি নিষ্ঠুৰ! কি ভয়ানক! সকলো ষড়যন্ত্ৰ। তাক জানিবলৈ নিদিয়াকৈ ৰখাৰ এটা বৃথা চেষ্টা।

জাৰজ! সি জাৰজ। এই ৰহল পৃথিবীখনত জাৰজেই তাৰ একমাত্ৰ পৰিচয়। সি ঘৃণিত। অৱহেলিত।



সি ঘৰ পালেহি। সি অহাৰ লগে লগে মাকে দুৱাৰ খুলি দিলে। গাওঁবুঢ়া আছে নেকি বুলি সি ভিতৰলৈ চালে। গাওঁবুঢ়াক নেদেখি সি মজিয়াতে ইফালে সিফালে ঘূৰি ফুৰিবলৈ ধৰিলে। বৰ অসহ্য লাগি গৈছিল তাৰ। মাকে তাৰ এই পৰিবৰ্ত্তনটো লক্ষ্য কৰিছিল। তেওঁ আগবাঢ়ি আহি সুধিলে—'তোৰ গা অসুখ হৈছে নেকি?'

নাই হোৱা বুলি সি মূৰ জোঁকাৰিলে। এইবাৰ মাক তাৰ কাষত থিয় হৈ তাৰ মূৰত হাত বুলাবলৈ ধৰিলে। খঙেৰে সি মাকৰ হাতখন তাৰ মূৰৰ পৰা এৰুৱাই দি সুধিলে—'বাৰু মা! মোৰ দেউতা ক'ত?'

মাক চমকি উঠিল। নিশ্চয় অজয়ে কেনেবাকৈ সকলো কথা জানিব পাৰিছে। নহলে এই প্ৰশ্ন আজি সি সুধিব কিয়? তেওঁ একো নমতা দেখি অজয়ৰ খং উঠিল। ইমান পৰে সি তলমূৰকৈ আছিল। মাকৰ পিনে চাই সি টানকৈ সুধিলে—'গাওঁবুঢ়া মোৰ কি হয়?'

—'একো নহয়।' মাকে ভয়ে ভয়ে উত্তৰ দিলে। অজয়ক তেওঁ আজি ভয় কৰিছে। নিজৰ সন্তানৰ আগতো মিছাকথাষাৰ কৈ দিলে অলপো নভবাকৈয়েই।

—'একো নহয়! মই সকলো জানো মা! ইমান দিনে মোক কিয় নকলা? গাওঁবুঢ়া! গাওঁবুঢ়া আমাৰ ঘৰলৈ সদায় আহে কিয়? তোমালোকে ভাবিছিলা, মই একো নেজানো। মোৰ এতিয়া বয়স হৈছে। মই সকলো কথাকেই বুজি পাওঁ।' কওঁতে তাৰ চকুপানী ওলাল। মাকেও কান্দিবলৈ ধৰিলে।

—'বাৰু তুমি গাওঁবুঢ়াক লৈয়েই থাকা। মই যাওঁ।' অজয় যাবলৈ ওলোৱাত মাকে তাক সাৱট মাৰি ধৰি কলে—'তই কলৈ যাবি সোণ! তই গলে মই কেনেকৈ থাকিম? তই নেযাবি। মোৰ কথা শুন।'

অজয়ৰ তেতিয়া মাকৰ কথা শুনিবলৈ ধৈৰ্য্য নাছিল। মাকক গাৰ পৰা জোৰকৈ এৰুৱাই সি ঘৰৰ পৰা ওলাই আহিল।

গাৱঁৰ পৰা অলপ দূৰ গৈয়েই সি মতিকাক লগ পালে। মতিকাই কোনোবা যাত্ৰীক থৈ সেই পিনেদি ঘূৰি আহিছিল। অজয়ক দেখি সি গাড়ী ৰাখিলে। ইমান ৰাতি অকলে এজন লৰাক খোজ কাঢ়ি যোৱা দেখি সি আচৰিত হৈছিল।

মতিকাই তাক গাড়ীত তুলি ললে।

পিচদিনাখন ৰাতিপুৱা, সি বহুত বেলিলৈকে শুই আছিল। টোপনি ভাগিছিল যদিও বিছনাৰপৰা উঠিবলৈ মন যোৱা নাছিল। হাত ভৰিবোৰ বিষাইছিল।

লেপখনৰ তলৰ পৰা সি মূৰটো উলিয়ালে। পূবপিনৰ খিৰিকিখন খোলা আছিল। সি বাহিৰলৈ চালে। সৰু খিৰিকি-খনেদি দেখা দূৰৰ আকাশখন তাৰ ভাল লাগিল। অবাক হোৱাৰ দৰে কিছুসময় সি একেথৰে চাই থাকিল।

—'গাখীৰ।'

সি চাই আছিল। ছোৱালীজনীৰ সৰু অথচ মিঠা কথাষাৰ তাৰ কাণত পৰা নাছিল।

—'ওঁ, উঠা। গাখীৰখিনি খাই লোৱা। চেঁচা হব।'

সি জাপ মাৰি উঠি, তাইৰ মুখৰ পিনে চাই ৰ'ল। সন্মুখত এজনী ছোৱালী। অচিনাকি নতুন ছোৱালী। বয়সত গাভৰু।

গাখীৰৰ গিলাচটো তাই তাৰ পিনে আগবঢ়াইছিল। সি গিলাচ টোৰ পিনে নোচোৱাকৈয়ে কৈছিল—'গাখীৰ! গাখীৰ, মানে—ক্ষমা কৰিব; মই নেখাওঁ।'

—'গাখীৰ নোখোৱা?' তাই আচৰিত হৈ গৈছিল।

সি মৌন হৈ ৰ'ল। উত্তৰ দিয়াৰ কোনো আৱশ্যক অনুভৱ নকৰিলে।



—'মতিকাই মোক বেয়া পাব। আন দিনা বাৰু নালাগে। আজি খোৱা দেই।'

—'নেখাওঁ।' সি মূৰ জোঁকাৰিলে।

—'ওঁ'।

অজয়ে একো মতা নাছিল। তাই কিছুসময় থিয় হৈ ৰ'ল। তাৰ পিচত লাহে লাহে কোঠাটোৰপৰা ওলাই গ'ল।

সি দুৱাৰমুখলৈ চালে। সি বেয়া কৰিলে নেকি? ছোৱালী-জনীয়ে চাগে কি ভাবিছে? তাই হয়তো নিজকে প্ৰশ্ন কৰিছে, 'মই গাখীৰ নেখাওঁ কিয়?' হয়তো একোকে ভবা নাই।

লেপখন আকৌ সি মূৰলৈকে টানি ললে। ৰাতিপুৱাই ইমানবোৰ চিন্তা কৰিবলৈ তাক আজি কিহে পাইছে?

কিন্তু, তাই যদি জানিলেহেঁতেন!

অথবা, তাই যদি সুধিলেহেঁন, সি গাখীৰ নোখোৱাৰ কাৰণটো।

কিয় সুধিব! অনাৱশ্যক কথা এটা সোধাৰ প্ৰয়োজনেই বা কি! সিয়েই বা তাইৰ কোন?

গাখীৰ সি কিয় নাখায়? 'এঁৰা, গাখীৰ মই নেখাওঁ কিয়? আগেয়েতো খাইছিলোঁ।' সি নিজকে প্ৰশ্ন কৰে।

কলী গাইজনীৰ নীৰিহ মুখখন তাৰ চকুৰ আগত ভাহি উঠে। তাৰ মৰমৰ কলীগাইজনী! খুব ভাল লাগিছিল তাৰ। তাই যে একোকে বুজা নাছিল। 'কলী' বুলি মাতিলেই তাই দৌৰি আহিছিল। তাৰ গা-মূৰ চেলেকি দিছিল। সিও তাইৰ মূৰটোত হাত ফুৰাই দিছিল। মৰমতে তাই চকু দুটা মুদি দিছিল।

গাওঁবুঢ়াই দিছিল কলী গাইজনী। অজয়ৰ প্ৰধান লগৰীয়া আছিল তাই। ঘৰত থকা সময় খিনি সি কলীৰ তত্বাৱধান লোৱাতেই ব্যস্ত আছিল।

ৰাতিপুৱা শুই উঠিয়েই সি কলীক গোহালিৰ পৰা উলিয়াই আনি চোতালত এৰি দিছিল। চোতালত তাই ঘূৰি ফুৰিছিল।

সি মিছাকৈয়ে হাতৰ মুঠিটো দেখুৱাই মাতিছিল—'চাউল খাবি, কলী !' তাই একেচাৱেই তাৰ ওচৰলৈ দৌৰ মাৰিছিল। সি হাতখন ওপৰলৈ দাঙিছিল। তাই জপিয়াইছিল মুঠিটো ধৰিবলৈ বুলি। হঠাতে সি হাতখন নমাই আনি মুঠিটো খুলি দিছিল। একো নেপাই তাই সেমেনা সেমেনিকৈ তাৰ কাষতে থিয় দি আছিল। তাৰ ওচৰত যেন তাইৰ অভিযোগ। 'তুমিও মোক ভুৱা দিয়া। তোমাক যে মোৰ ইমান মৰম লাগে !'

এনেতে মাকে হাতত চৰিয়াটো লৈ অহা দেখি তাই দৌৰ মাৰিছিল। চৰিয়াটো মাটিত থৈ তেওঁ কাষতে থিয় হৈ আছিল। তাই উবুৰি হৈ খোৱাত ব্যস্ত হৈ পৰিছিল।

এতিয়া বা তাই ক'ত ! ক'ত বা ঘূৰি ফুৰিছে অনাই বনাই !

বহাগ বিহুলৈ বাৰু, আৰু কেইদিন আছে ? তাই নতুন পঘা এদাল পাব জানো ! তাইৰ মূৰত জানো কোনোবাই তেল সানি দিব বিহুৰ দিনাখন ! বিললৈ লৈ গৈ কোনে গা ধুৱাই দিব ?

লেপখনৰ আগটোৰে সি মুখখন ঢাকি ললে।

পোহৰখিনি তাৰ ভাল লগা নাছিল।

যোৱাবেলি বহাগ বিহুত সি তাইক নতুন পঘাডাল গলত মেৰিয়াই দিওঁতে, তাই একেথৰে তাৰ পিনে চাই আছিল। তাৰ পিচত তাৰ ওলমি থকা হাতখন চেলেকি দিছিল খুব মৰম লগাকৈ। তেন্তে, তায়ো বুজিছিল, সি তাইক মৰম কৰিছিল, ভাল পাইছিল।

বিহুৰ আগদিনাখন সি চহৰৰ পৰা আহিছিল। সদায় দেখি থকা গাওঁখন তাৰ চকুত নতুন যেন লাগিছিল। পদুলিমুখৰ ফুলি থকা চম্পাফুলডাললৈ সি একেৰাহে চাই আছিল। সৰি পৰা ফুলটো হাতেৰে তুলি আনি সি নাকৰ আগত ধৰিছিল। সাধাৰণ সৰু কথা একোটাও কেতিয়াবা কেতিয়াবা ইমান ভাল লাগে। এয়া স্মৃতিৰ তিতা বন নে সেউজী মন ? সি আকৌ এবাৰ ভাবি চালে।



বিহুৰ দিনাখন, ৰাতিপুৱা সি কিমান ব্যস্ত। কিমান আনন্দ। কলীক গোহালিৰ পৰা উলিয়াই আনি চোতালত এৰি দিব লাগিব। তাৰ পিচত, বেঙেনা, লাউ আৰু কেঁচা হালধি অলপ লৈ ধুনীয়াকৈ মালা গাঠিব লাগিব। তাৰ পিচত ! এৰা, তাৰ পাচতো বহুত কাম। তাইৰ মূৰত তেল সনা। বিললৈ নিয়া। মাহ হালধি সানি গা ধোৱা।

মাকে কলপাত এখিলাত মাহ হালধি বটা অলপ আৰু বাটি এটাত মিঠাতেল অলপ দিছিল। সি তাইৰ শিংযোৰত তেল সানি নিজৰ মূৰটো ঘঁহিছিল। বটাখিনিও গাত ঘঁহিছিল।

তাৰ পিচত সি তাইক বিললৈ লৈ গৈছিল। গাৱঁৰ আন মানুহবোৰো গৈছিল। গৰু আৰু মানুহেৰে বিলৰ দুয়োপাৰ উপচি পৰিছিল। গৰুবোৰ লাহে লাহে পানীলৈ নামি গৈছিল। সিহঁতো নামিছিল। সাতুৰি সাতুৰি সিহঁতে গৰুবোৰৰ গা ধুৱাই দিছিল।

গৰুবোৰ পাৰলৈ উঠি আহিছিল। সিহঁতৰ গাবোৰ চিক্‌মিকাইছিল।

কলীক তাৰ খুব ধুনীয়া লাগিছিল। আটাইজাক গৰুৰ ভিতৰতে কলী ধুনীয়া। তাইৰ কপালৰ বগা ফোঁটটো উজ্বলি উঠিছিল। মাজে মাজে ফোঁটটো কঁপিছিলও। সি মালাডাল তাইৰ পিঠিত থৈ দীঘলতি আৰু মাখিয়তীৰে লাহে লাহে কোবাই কৈছিল—

"দীঘলতি দীঘল পাত  
মাখি মাৰোঁ জাত জাত।  
মাৰে সৰু বাপেৰ সৰু  
তই হবি বৰ গৰু।  
লাউ খা বেঙেনা খা  
বছৰে বছৰে বাঢ়ি যা।"

লাহে লাহে সি ঘৰলৈ উভতি আহিছিল। হাতত গামোচাখন

লৈ দুৱাৰৰ মুখত বৈ থকা মাকজনীৰ ভৰিত মূৰ থৈ সি সেৱা কৰিছিল। মাকে গামোচাখন তাৰ গলত মেৰিয়াই দিছিল।

আবেলি সি পথাৰলৈ ওলাই গৈছিল। ডেকাবোৰ তেতিয়া হাউগুডু খেলাত ব্যস্ত আছিল। কিছুমানে আকৌ মানুহৰ বাৰীয়ে বাৰীয়ে শিয়াল খেদি ফুৰিছিল।

গধূলি কলীৰ গলত নতুন পঘা ওলমিছিল। গোহালিৰ দুৱাৰ মুখত ধোঁৱাৰ জাগনি দি নতুন বিচনীৰে বিছিছিল। আৰু তাৰ আগতে? তাৰ আগতে কলীৰ আগত দিয়া পিঠাপনাৰ বাটিটো? তাই খাব খুজিও খোৱা নাছিল। তাই যেন অভিমান কৰিছিল। তাই যেন কব খুজিছিল—"চোৱা! মই তোমালোকতকৈ ডাঙৰ। এয়া গৰু বিহু। তাৰ পিচতহে মানুহৰ বিহু।"

তাৰ মনত পৰে, বিহুৰ আগদিনাখন, ইমান গৰমতো মাকে বিচনীখন উলিয়াই দিয়া নাছিল। জাগনি বিছাৰ পিচতহে হেনো বিচনী শুদ্ধ হয়। তাৰ আগতে বিচনিৰ বা লবলৈ নাপায়।

তাৰ পিচদিনাখন গধূলি, গাৱঁৰ ডেকাবোৰে হুচৰি গাই ফুৰিছিল। ঘৰত থাকিব নোৱাৰি সিও ওলাই গৈছিল।

বন্ধ শেষ হোৱাত সি চহৰলৈ উভতি গৈছিল। কলীলৈ তাৰ মনত পৰি আছিল। গৰমৰ বন্ধলৈ সি বাট চাই আছিল। গৰমৰ বন্ধ দিবৰ দিনাখন ৰাতিপুৱা স্কুল হৈছিল। স্কুল চুটিৰ পিচতেই সি গাওঁলৈ গুচি আহিছিল। কলীৰ কাৰণে এটা টিলিঙাও আনিছিল।

ঘৰ পাই সি অবাক হৈ গৈছিল। সি নজনাকৈয়ে তাৰ দুচকুৰে তপত চকুলোবোৰ বৈ আহিছিল ধীৰে ধীৰে। টিলিঙাটো দলিয়াই দি সি হাত দুখনেৰে মুখখন ঢাকি ধৰিছিল।

কলী নোহোৱা খবৰটো মাকেই দিছিল। কলী হেনো দেউৰ বাৰীত সোমাইছিল। তাৰপিচত তাই আৰু ঘৰলৈ ঘূৰি অহা নাছিল।



মাকেও চাদৰৰ আগটোৰে মুখখন মচিছিল। তাৰ পিচত মনে মনে থাকিছিল।

আচল কথাটো সি হৰিমনৰ মুখতহে শুনিছিল।

আগদিনাখন সত্যনাৰায়ণ পূজাত পোৱা মাহ চাউলবোৰ হেনো শুকাবলৈ ৰ'দত দি, তেওঁ গা ধুবলৈ গৈছিল। গা ধুই আহি কলীয়ে মাহচাউলত মুখ দিয়া দেখা পাই দেউৰ খং উঠিল। তেওঁ পঘা এডালেৰে কলীক বান্ধি চকুত জলকীয়া ভাঙি দিলে। অসহ্য যন্ত্ৰণাত বেচাৰীয়ে চিঞৰিবলৈ ধৰিলে। তাৰ পিচত গাৱঁৰ আন মানুহৰ হতুৱাই তাইক গাৱঁৰ পৰা খেদি দিলে।

পোৱালীটোৰ চিঞৰ তাৰ অসহ্য লাগিছিল। সি গোহালিঘৰ পাইছিলগৈ। মাকে চামুচ এখনেৰে তাক কিবা খুৱাই আছিল।

সি আকৌ বাহিৰ ওলাই আহিছিল।

সি কিন্তু একোকে বুজি পোৱা নাছিল। তাৰ মনত সন্দেহৰ ভাব এটা বৈ গৈছিল। ভগৱানৰ প্ৰসাদ তাই খালে বুলিয়েই কি জগৰটো লাগিল। সেয়াতো তেওঁ পূজাত পোৱাহে।

দেউৰ হয়টো খং উঠিছিল। কিন্তু কলীৰ ওপৰত বৰ মানুহ নোবোলালেও তেওঁৰ একো লোকচান নহলহেঁতেন হয়তো! তেওঁ যে মানুহ, তেওঁৰ যে শক্তি আছে তাক আন প্ৰকাৰেও তো প্ৰকাশ কৰিব পাৰিলেহেঁতেন!

আকাশলৈ চাই চাই সি এনেয়ে হাঁহি দিছিল। খুব হাঁহিছিল। মানুহৰ বিচাৰ দেখি সি আনন্দ পাইছিল। মানুহৰ বিচাৰত অমাত পশু এটা কেতিয়াও জয়ী হব নোঁৱাৰে। সি বুজিছিল। এইখনেই পৃথিবী। মানুহৰ পৃথিবী। ইয়াৰ বাটে ঘাটে মানুহ। পশুৰ কাৰণে ইয়াত ঠাই ক'ত?

সি বিচনাৰ পৰা নামিল। বেলা বহুত হৈছে। লেপখন গাৰ পৰা আঁতৰাই থৈ সি বাহিৰলৈ ওলাই গ'ল।

ছোৱালীজনীয়ে চোতালৰ একাষে থিয় হৈ কিবা এটা কৰি

আছিল। তাক দেখি তাই হাঁহি কলে—'মুখখন ধূই লোৱা।'

সি তাইৰ পিনে এবাৰ চালে। মুখেৰে কিন্তু একোকে নকলে। অলপ পিচত একাপ চাহ লৈ তাই সোমাই আহিল।

—'চাহ খাবাতো!'

—'খাম।' সি কাপটো হাত পাতি ললে।

—'গাখীৰ নেখালা কিয়?'

সি তাইৰ মুখৰ পিনে চাই হাঁহিলে। কি কব, ভাবি নেপালে। ইমানকৈ হাঁহি থকা ছোৱালীজনীয়ে তাৰ প্ৰতিজ্ঞাৰ কথা বিশ্বাস কৰিব জানো! এয়া তাৰ বলিয়ালি বুলি যদি হাঁহি উৰুৱাই দিয়ে!

মাকে নজনাকৈ সি কলীক বিচাৰিছিল। এদিন, দুদিন। বহুদিন। কিন্তু কলীক জানো সি পাইছিল? তাই তেন্তে কলৈ গ'ল?

কোনোবাই ধৰি নিলে নেকি তাইক? কোনে? মানুহে?

'হে ভগৱান! কলীক যেন আকৌ তুমি মানুহৰ হাতত পেলাই নিদিয়া। তাই এনেকৈয়ে ঘূৰি থাকক। নহলে হাবি বননিত আশ্ৰয় লওকগৈ। মানুহৰ মাজত থাকি তাই বৰ কষ্ট পালে।'

সি হাতযোৰ কৰা দেখি তাই হাঁহি দিলে।

—'কি কৰিছা তুমি? মুখেৰে কি কৈ আছা?'

—'একো নহয়' বুলি সি চাহ খোৱাত মন দিলে। তেন্তে সি ছোৱালীজনীৰ আগত ধৰা পৰি গ'ল!

তাৰ মুখৰ পিনে চাই তাই হাঁহি দিছিল।

জলকীয়া ভাঙ্গি তাইৰ চকুদুটা কণা কৰি নিদিয়াহেঁতেন, কি লোকচানতো হলহেতেন! আনবো মাহ চাউল খাব বুলি তেওঁ এইদৰে তাইৰ ওপৰত অত্যাচাৰ কৰিলে নেকি?

ভুল। সকলো ভুল। তোমালোকৰ বিচাৰ ভুল। এই যুক্তিৰে তোমালোকে একো কৰিব নোৱাৰা। অৱশ্যে পাৰিবা, গৰুৰ ওপৰত বৰ মানুহ বোলাবলৈ। কিন্তু জানা! গৰুৰো এখনি অন্তৰ আছে। সিহঁতেও মৰম চেনেহ বুজি পায়। তোমালোকৰ নিচিনাকৈ সিহঁতেও



কান্দে। সিহঁতৰ ওপৰত অত্যাচাৰ কৰি তোমালোকে যেতিয়া হাঁহা, সিহঁতে তেতিয়া কান্দে। পাৰিবা তোমালোকে সিহঁতৰ চকুলোক ভেটা দিবলৈ?

নোৱাৰা। কেতিয়াও নোৱাৰা। সিহঁতৰ চকুলোৰে পৃথিবী এদিন প্লাৱিত হব। তোমালোক উটি যাবা। তোমালোকেও কান্দিবা। তোমালোকে এদিন নহয় এদিন কান্দিবই লাগিব।

সিদিনা জানো তুলসী গছৰ তলত তোমালোকৰ সান্ত্বনাৰ সুৰটো বিচাৰি পাবা? তোমালোকৰ চকুলোৰে ভৰা মুখবোৰ মচি দিবলৈ ভগৱান জানো আহিব?

চাহৰ কাপটো সি দলি মাৰি দিলে। ছোৱালীজনী থিয় হ'ল। সি তেতিয়াও ওপৰলৈ চাই আছিল।

'কি হল তোমাৰ? কাপটো কিয় দলিয়াই দিলা?'

—'হো? অ' চাহৰ কাপটো পেলাই দিলো নেকি?' সি যেন নিজকেই প্ৰশ্ন কৰিলে।

মাটিৰ পৰা কাপটো তুলি লৈ তাই ওলাই গ'ল।

সি তেতিয়াও ভাবি আছিল—সি কি কৰিছিল। ছোৱালীজনীয়ে তাক বলিয়া বুলি ভবা নাইতো?

মজিয়াৰ তিতি থকা ঠাইখিনিলৈ চাই তাৰ দুখ লাগিল। চাহকাপ পেলাই দি সি বেয়া কৰিলে। সি ভাবিলে। তাই জানো কি ভাবিছে! তাই কিবা ভাবক বা নাভাবক, চাহকাপ খাই পেলোৱাহেঁতেন ভাল আছিল। অন্ততঃ ভোক কিছু কমিলহেঁতেন!

তাৰ যে ভোক লাগিছে, এতিয়াহে সি উপলব্ধি কৰিলে। হঠাতে সি খুব অসহ্য বোধ কৰিলে। দুয়োখন হাতেৰে পেটটোত কিছুপৰ হেঁচা মাৰি ধৰি বহি থাকিল। নাই, ক্ৰমে সহিব নোৱাৰা

হৈ আহিছে। যোৱা ৰাতিও যে একোকে খোৱা নহল, এতিয়াহে তাৰ মনত পৰিল।

সি বিচনাৰ পৰা নামি লাহে লাহে বাহিৰলৈ ওলাই গ'ল।

ছোৱালীজনীয়ে খৰি ফালি আছিল। মুখখন তাইৰ ঘামি উঠিছিল। বাৰে বাৰে পিন্ধি থকা চাদৰখনৰ আগটোৰে মুখখন মচি লৈছিল।

সি গৈ ওচৰত থিয় দিলে।

ছোৱালীজনীয়ে তাৰ পিনে এবাৰ চাই আকৌ কামত ব্যস্ত হৈ পৰিল।

—'মোৰ ভোক লাগিছে।'

অজয়ৰ কথাত তাই মিচিক্‌কৈ হাঁহি দিলে।

—'মই কি কৰিব লাগে?'

সি একো নেমাতিলে। তাই আকৌ খৰি ফলাত মন দিলে। হঠাতে তাইৰ চকু তাৰ মুখখনৰ ওপৰত পৰিল। কুঠাৰখন সামৰি থৈ তাই তাৰ ওচৰলৈ আহিল।

সি তলমূৰ কৰিলে।

—'কি খাবা?'

—'যি আছে তাকেই দিয়ক। মোৰ খুব ভোক লাগিছে।'

—'ও।' তাই, তাৰ মুখৰ পিনে চাই কিবা ভাবিলে, তাৰ পিচত কলে—'ভিতৰত বহাগৈ। মই গৈছোঁ।'

অলপ পিচত হাতত বাটি এটা লৈ তাই সোমাই আহিল। একেচাবেই সি বিচনাৰ পৰা নামি আহি, বাটিৰপৰা পিঠা এখন লৈ মুখত সোমাই দিলে। অবাক হৈ তাই অজয়ৰ মুখৰ পিনে চাই থাকিল।

হঠাতে সি চিঞৰি দিলে। হাঁহি উঠিছিল যদিও তাই নেহাঁহিলে। মুখৰপৰা পিঠাডোখৰ উলিয়াই সি কলে—'খুব গৰম!'



এইবাৰ কিন্তু তাই নহঁহাকৈ থাকিব নোৱাৰিলে।

—'এইমাত্র কেৰাহিৰ পৰা নমাই আনিছোঁ। ইমান অধৈৰ্য্য হৈছা কিয়? চেঁচা হবলৈ দিয়া।'

এডোখৰ পিঠা হাতত লৈ তাই মুখেৰে ফুৰাবলৈ ধৰিলে। সি আকুল নয়নেৰে তাইৰ হাতত থকা পিঠাডোখৰৰ পিনে চাই থাকিল। চেঁচা হোৱাত, পিঠাডোখৰ তাৰ হাতত দি তাই কলে—'খোৱা।' সি হাত পাতি ললে। যেন মাকৰ ওচৰত সি এটা তিনি বছৰীয়া শিশুহে।

তাই তাৰ কাষত বহিল। সি খাবলৈ ধৰিলে।

খোৱা হলত, সি তাইৰ মুখৰ পিনে চালে। তাৰ চকুত এতিয়া খং নাই। সি যেন কৃতজ্ঞ। তায়ো তাৰ পিনে চাই থাকিল।

—'ৰাতি টোপনিতে তুমি চিঞৰিছিলা কিয়? সপোন দেখিছিলা নেকি?'

সি একো নেমাতিলে।

—'তুমি মা মা কৈ কেবাবাৰো চিঞৰিছিলা। মতিকা আৰু মই তোমাৰ কাষতে বহি আছিলোঁ; গোটেই ৰাতি। মালৈ তোমাৰ মনত পৰিছিল?'

—'ওঁ।'

—'সেইবোৰ ভাবি নেথাকিবা। ভাবিলে দুখ লাগিব। দুখ লাগিলে কান্দিবা। কান্দিলে?'

ওঁ, কান্দিলে কি হ'ব? সি ভাবিলে। হৈ যোৱাবোৰ নোহোৱা হৈ যাব জানো?

সি তলমূৰ কৰিলে।

—'তোমাৰ কথা মই সকলো শুনিছোঁ। মতিকাৰ আগত কওঁতে তুমি কন্দা দেখি ময়ো কান্দিছিলোঁ। চকুপানী দেখিলে মোৰো চকুপানী ওলায়।'

মতিকাক সি সকলোবোৰ কৈছিল। মতিকাই তাক বুজাইছিল, দুখ নকৰিবলৈ। তাৰ পিচত তাক বুকুৰ মাজলৈ টানি নি কৈছিল—'মোৰ লগত থাক। কলৈকো যাব নেলাগে।'

—'দুখ কাৰ নাই? সকলোৰে এটা নহয় এটা দুখ আছেই।' এয়া মতিকাৰ কথা নহয়। তাইৰ কথা।

সি তাইৰ পিনে চালে। তাই তাৰ মূৰত হাত বুলাই আকৌ বুজালে—'তোমাতকৈ দুখী মানুহো আছে এই সংসাৰত। তেওঁ-লোকেতো কান্দি থকা নাই।'

সঁচা। কোনোৱে কান্দি থকা নাই। সিহে মাথোন কান্দিছে। তাৰ ওচৰত বহি থকা ছোৱালীজনীয়েও কন্দা নাই।

দুপৰীয়া মতিকা আহি পালে। গাড়ীখন গেৰেজত থৈ তেওঁ ঘৰৰ ভিতৰ সোমাল। অজয়ে মতিকাৰ পিনে চালে। ভাগৰত তেওঁ লালকাল হৈ পৰিছিল। বনিয়নটো খুলি তেওঁ সুধিলে—'ভাত খালি?'

—'তুমি গা ধোৱা। একেলগে খাম।' অজয়ে মতিকাৰ হাতৰ পৰা বনিয়নটো লৈ ক'লে। গামোচাখন হাততলৈ মতিকা ওলাই গ'ল।

ভাত দিওঁতে মতিকাই ছোৱালীজনীক সুধিলে—'অজয়ক, খাবলৈ কিবা দিছিলানে, আৰা!'

—'ওঁ, পিঠা বনাই দিছিলোঁ।'

অজয়ে তাইলৈ চালে। মুখেৰে কিন্তু একোকে নকলে।

খাই বৈ উঠাৰ পিচত মতিকা ওলাই গ'ল। সি বিচনালৈ আহিল। টোপনি অহা নাছিল যদিও এনেয়ে চকু দুটা মুদি পৰি থাকিল।

অলপ পিচত আৰা সোমাই আহি তাৰ কাষত বহি মাতিলে—'টোপনি আহিছে, অজয়!'



সি চকু মেলি চালে।

—'শুই আছা কিয়? দিনত শুলে গা বেয়া লাগিব।'

সি একো নেমাতিলে।

—'অলপ হাঁহাচোন! হাঁহানা।' তাই তাৰ গ'লটো হাতেৰে পিহি দিলে।

তাইৰ কথাযাৰত সঁচাকৈয়ে তাৰ হাঁহি উঠিল।

—'এতিয়াহে। মন মাৰি থকা মানুহক মই দেখিব নোৱাৰোঁ পাই।'

সি তাইৰ মুখৰ পিনে চাই থাকিল।

—'সদায় হাঁহি নাথাকা কিয়?'

—'নোৱাৰোঁ। আগেয়ে খুব হাঁহিছিলোঁ। এতিয়া দেখোন হাঁহি ওলাবই নোখোজে।'

—'এৰা! হাঁহি নেথাকিলে হাঁহিবা কেনেকৈ? ভিতৰখন যাৰ ম'ৰা, সি হাঁহিব কেনেকৈ? জোৰকৈ কিমান দিন নকন্দাকৈ থাকিবা? চকুলোক ভেটা দি কিমান পৰ ৰাখিবা?' পিচৰ কথাখিনি তাই যেন নিজকেহে কলে।

অজয় আচৰিত হ'ল। এয়াতো সেই হাঁহি থকা ছোৱালীজনী নহয়। এওঁ যেন আন কোনোবা।

তোমাৰ কি হৈছে! সি সুধিব খুজিছিল। কিন্তু সোধাৰ সাহস নহল।

হঠাতে তাই হাঁহি দিলে। 'এইবোৰ তুমি বিশ্বাস নকৰিবা দেই। মিছা কথাবোৰ মই তোমাক কৈছোঁ।' তাৰ মূৰটো তাইৰ কোলালৈ আনি কলে।

এয়া তাৰ মাক নেকি! মাকেহে তাক এনেকৈ মৰম কৰিছিল। সি তাইৰ মুখলৈ একেৰাহে চাই থাকিল।

তায়ো চাই আছিল সেইদৰে।

অজয়ৰ চকুদুটা সেমেকি উঠিছিল।

—‘তুমি আকৌ মনটো মাৰি পেলাইছা।’ তাই তাৰ চকুদুটা মৰমলগাকৈ পিহি দিছিল। তাৰ মন বেয়া লগা নাছিল, ভাল লগা কাৰণেহে চকুপানী ওলাব খুজিছিল।

—‘হৈ যোৱা কথাবোৰকে লৈ তুমি ভাবি আছা। হয়তো কান্দিছাও। কিন্তু মোৰ কথা··· ···।’

—‘আপোনাৰ কথা!’ সি আচৰিত হৈ গৈছিল। তাইৰো নিজৰ কিবা কথা আছিল নেকি? দুখ লগা কথা। মনত পৰিলে চকুপানী ওলোৱা কথা।

—‘ওঁ। বহুত আছিল। বহুত কথা।’ আৰাই খিৰিকিৰে বাহিৰলৈ চালে। দূৰৰ নীল আকাশখন তাইৰ চকুত পৰিল। কিমান ধুনীয়া এই নীলাবোৰ! তাই ভাবিলে।

—‘কওক।’ অজয়ে তাইৰ হাতখন মুখৰপৰা আতঁৰাই আনি কলে।

—‘কি কব লাগে?’

—‘সেয়া যে, মানে আপোনাৰ কথা।’

—‘ও।’ তাই এটা হুমুনিয়াহ কাঢ়িলে। করুণ হুমুনিয়াহ।

—‘শুনিবা জানো মোৰ কথা?’

—‘শুনিম।’

—‘নেকান্দাতো!’

—‘নেকান্দো। কিয় সুধিলে?’

—‘এনেয়ে। মোৰ কথা শুনি মতিকাই কান্দিছিল।’

—‘মতিকা জানো আপোনাৰ দেউতা নহয়!’

—‘ওঁহো। ‘কোনে কলে তোমাক মতিকা মোৰ দেউতা বুলি?’

—‘কোনেও কোৱা নাই।’

—‘ও। মতিকা মোৰ দেউতা নহয়। মোৰ দেউতা নাই।

—‘মা?’

—‘মাও নাই।’ তাই চকুদুটি মুদি দিলে। দুচকুৰ পৰা দুধাৰি চকুলো বাগৰি আহি অজয়ৰ মুখতে পৰিল।



—‘তেওঁলোকক কাটিলে। দীঘল ছুৰি বুকুত সুমুৱাই দি মাৰিলে।’ তাই উচুপি উঠিল। অজয় উঠি বহিল। মানুহে মানুহক কাটিলে! কি আচৰিত! মানুহে জানো মানুহক কাটিব পাৰে! কাটিলে দেখোন তেজ ওলায়! তেজ দেখিলে জানো ভয় নালাগে!

বুৰঞ্জীত সি পঢ়িছিল, ঔৰংজেৱৰ নিষ্ঠুৰ কাহিনী। ঔৰংজেৱে হেনো আগ্ৰাদুৰ্গত বন্দী হৈ থকা দেউতাক চাহজাহানলৈ, ককায়েক দাৰাৰ ছিন্ন মূৰ উপহাৰ স্বৰূপে পঠাইছিল। কি নিষ্ঠুৰ! সি বিশ্বাস কৰিব পৰা নাছিল এইবোৰ কথা।

অতীত বুৰঞ্জীৰ এখিলা পাত তাৰ চকুৰ আগত ভাহি উঠিল।

—বৃদ্ধ চাহজাহান হঠাতে অসুস্থ হৈ পৰিল। তেওঁৰ অসুস্থতাৰ সুযোগ লৈ ঔৰংজেৱে মূৰাদ আৰু সুজাক লগত লৈ দাৰাৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰিলে।

যুদ্ধৰ কাৰণে দাৰাও সাজু হল।

যুদ্ধক্ষেত্ৰ! যুজ! দাৰাৰ শান্তি বিচৰা মনটোৱে কান্দি উঠিল। কি হব যুদ্ধ কৰিলে? মিছাকৈয়ে কিছুমান মানুহ মৰিব। পৃথিবী তেজেৰে ৰাঙলী হব। বৈ যাব তেজৰ নৈ। তাৰ পিচত!

ঔৰংজেৱক ভেটা দিবলৈ দাৰা আগবাঢ়ি গ’ল।

১৬৫৯ চনৰ ৩০ আগষ্টৰ কথা।

জাহানাৰাৰ কোলাত মূৰ থৈ বৃদ্ধ চাহজাহান টোপনিত আচন্ন। জাহানাৰাই তেওঁৰ চুলিবোৰ পিহি দিছিল মৰম লগাকৈ।

হঠাতে চাহজাহান উঠি বহিল। চকুদুটা ডাঙৰকৈ মেলি তেওঁ জাহানাৰাৰ পিনে চাই থাকিল।

বৃদ্ধৰ চকুয়েদি তপত চকুলোবোৰ ববলৈ ধৰিলে। গভীৰ বেদনাত তেওঁৰ বুকুৰ কোনোবাখিনিত বিষাই উঠিল।

বাহিৰত অবিৰল ধাৰে বৰষুণ দিছে। বিজুলীৰ চমকনিত তেওঁ

চকুখাই উঠে। আচৰিত হৈ তেওঁ সোধে—'সেয়া কোনে কান্দিছে, আই ?'

—'কোনেও কন্দা নাই। ববযুণৰ শব্দ।'

—'নহয়, দাৰাই কান্দিছে।' চাহজাহান উঠি বহিল।

—'বাবাজান!' জাহানাৰাই দেউতাকৰ মূৰটো আকৌ কোলালৈ আনিলে।

চাহজাহানৰ প্ৰিয় পুত্ৰ দাৰা। দাৰাৰ শান্ত মুখখনি প্ৰতি মুহূৰ্ত্তে তেওঁৰ মনলৈ আহে। দাৰাৰ ওপৰত কৰা অন্যায় অবিচাৰবোৰৰ কথা শুনি তেওঁ নীৰৱে চকুলো টোকে।

পঞ্চাছ হেজাৰ সৈনিক থকা স্বত্বেও ৰণত দাৰা কিয় জয়ী হব নোৱাৰিলে, চাহজাহানে বুজিব নোৱাৰিলে। হয়তো, সৈন্য-বোৰে তাক বিশ্বাসঘাটকতা কৰিলে। হয়তো, ঔৰংজেৱে বুদ্ধি কৰি সিহঁতক নিজৰ ফলীয়া কৰি ললে। বহল মনৰ দাৰাই সেইবোৰ কেনেকৈ বুজিব!

দাৰাৰ পলায়নৰ কথা শুনি চাহজাহানে কান্দিছিল।

দাৰা সৰল। কিন্তু ভীৰু নহয়। সকলোকে সি বিশ্বাস কৰে। সেই কাৰণে হয়তো মালিক জীৱনকো সি বিশ্বাস কৰিছিল।

কিন্তু কি হব।

তাৰ বিশ্বাস অথলে গ'ল। লগে লগে তাৰ শেষ আশাকণৰো মৃত্যু ঘটিল।

এসময়ৰ প্ৰাণদাতা দাৰাক মালিকে ঔৰংজেৱৰ হাতত গটাই দিলে।

ইমান বিশ্বাসঘাটকতা।

চাহজাহানৰ সন্মুখখন এন্ধাৰ হৈ আহিছিল।

বাহিৰত কাৰোবাৰ পদশব্দ। এজন সৈনিক সোমাই আহিল। চাহজাহান জাপ মাৰি উঠি সৈনিকজনৰ কাষ পালেগৈ। নতুন খবৰৰ আশাত তেওঁ ব্যস্ত।



—'তুমি—তুমি ক'ৰপৰা আহিছা ? দাৰা ভালে আছেতো ?' বৃদ্ধই সৈনিকজনক সাৱটমাৰি ধৰিলে।

সৈনিকজনে টোপোলা এটা চাহজাহানৰ হাতত দি গুচি গ'ল। চাহজাহান জাহানাৰাৰ ওচৰলৈ আহিল।

—'এয়া ঔৰংজেৱে পঠিয়াইছে, জাহানাৰা! চাচোন, সি কিমান ভাল। নপঠাব কিয় ? মই যে তাৰ দেউতাক।'

জাহানাৰাই একো নেমাতিলে।

—'জাহানাৰা! মাজনী। খোলচোন, নিশ্চয় সি মোলৈ ফলমূল পঠিয়াইছে। সি জানে আঙুৰ মই ভাল পাওঁ।'

জাহানাৰাই টোপোলাটো হাতত লৈ খুলিবলৈ ধৰিলে।

অধৈৰ্য্যভাবে তেওঁ, জাহানাৰাই খুলিবলৈ লোৱা টোপোলাটোলৈ চাই থাকিল। জাহানাৰাই টোপোলাটোৰ ওপৰত থকা কাপোৰ-বোৰ এখন এখনকৈ এৰুৱাই যাবলৈ ধৰিলে।

হঠাতে জাহানাৰাই চিঞৰি উঠিল—'তেজ! বাবাজান, তেজ!'

টোপোলাটো হাতৰ পৰা পৰি গ'ল।

চাহজাহানে টোপোলাটো তুলি লৈ খুলিবলৈ ধৰিলে। একেবাৰে শেষৰখন কাপোৰ আঁতৰাই পেলোৱাত দাৰাৰ মূৰটো ওলাই পৰিল।

সেই তেজৰঙা কাহিনীটো মনত পৰিলে এতিয়াও তাৰ দুখ লাগে। হায়ৰে চাহজাহান!

'তাৰ পিচত কি হ'ল ?' অজয়ে আৱাৰ হাতখনত ধৰি জোকাৰি দিলে।

আৱাই বাহিৰলৈ চাই আছিল। খিৰিকিৰে দেখা নীলাকাশত থূপ খাই থকা পাতল বগা মেঘবোৰলৈ চাই চাই তাই কিবা ভাবি আছিল।

অজয়ৰ মাতত তাই দৃষ্টি ঘূৰাই আনিলে।

—'কওক! আপোনাৰ কথা যে কম বুলিছিল।'

—'শুনি ভাল পাবা জানো?'

—'পামতো!'

—'শুনা তেনেহলে……

বাৰবছৰ আগৰ কথা। এৰা, বাৰবছৰেই হব।' তাই আকৌ এটা হমুনিয়াহ কাঢ়িলে। 'আমি থকা গাওঁখন বৰ ডাঙৰ আছিল। গাৱঁৰ এমূৰে আমি আছিলোঁ। প্ৰায় দহঘৰমান মুছলমান মানুহ। আনবোৰ আছিল হিন্দু মানুহ।

একেখন গাৱঁতে হিন্দুমুছলমান দুটা ধৰ্ম্মৰ মানুহ থকা বুলি কোনেও কব পৰা নাছিল। খুব মিলাপ্ৰীতিৰে আমি চলিছিলোঁ। আমাৰ ভিতৰত হাই কাঁজিয়া নাছিল।

বাবাজান আছিল ইমাম। ওচৰতে থকা মছজিদটোত তেওঁ আজান দিছিল। গধূলি, নামঘৰৰ পৰা বৰতালৰ ঝন্ঝননি ভাহি আহিছিল। সৰুসুৰা দোষবোৰৰ বিচাৰ গাৱঁতেই হৈছিল। মেললৈ দেউতাও গৈছিল।

সন্তানৰ ভিতৰত ময়েই ডাঙৰ। মোৰ এজন সৰু ভাই আছিল। দেউতা বুঢ়া। পথাৰৰ কাম আমিয়েই কৰিছিলোঁ।

মহিমে, মানে মোৰ সৰু ভাইটোয়ে হাল বাইছিল। মাজান আৰু মই ভূঁই ৰুইছিলোঁ।

সময় পালে খগেন মনোজহঁতৰ খেতিতো সহায় কৰি দিছিলোঁ।

দুৰ্ভিক্ষ নাছিল। মহামাৰী নাছিল। কাঁজিয়া পেচালও নাছিল আমাৰ গাওঁখনত।

ঔষধ পাতিৰ বিষয়ে সাধাৰণ জ্ঞান বাবাজানৰ আছিল। কেতিয়াবা কাৰোবাৰ পানীলগা জ্বৰ হলে বাবাজানে ঔষধ দিছিল।



আমাৰ ভিতৰত ভিন্ন ভাব নাছিল। আটাইবোৰেই একেখন পৰিয়ালৰ দৰেই আছিলোঁ।

গধূলি, নবীন মাষ্টৰৰ ঘৰলৈ গৈছিলোঁ। তেওঁ সাধুকথা কৈছিল। আমি শুনিছিলোঁ। কিমান যে সাধুকথা জানিছিল তেওঁ! এটাৰ পিচত এটাকৈ কৈ গৈছিল। জয়মতীৰ কথা কওঁতে মই কান্দি দিছিলোঁ। বেচাৰীয়ে কিমান দুখ সহি গ'ল! তথাপিও গিৰীয়েকৰ কথা নকলে। চন্দ্ৰবেশ লৈ গদাপাণি আহিল। তেওঁ বুজালে। তথাপিও তেওঁ নকলে। নিজৰ দেশৰ কাৰণে, গিৰীয়েকৰ মঙ্গলৰ কাৰণে তেওঁ নিজৰ জীৱনকো উৎসৰ্গিলে।

মনে মনে আল্লাৰ ওচৰত ফৰিয়াদ কৰিছিলোঁ, যাতে ময়ো এনেকৈ মৰিব পাৰোঁ। ময়ো যেন দেশৰ কাৰণে প্ৰাণ দিব পাৰোঁ।

ৰহিমৰ ঘৰ আমাৰ ওচৰতে। চহৰত সি পিয়ন কাম কৰিছিল। শনিবাৰে গাৱঁলৈ গৈছিল। মোলৈ লৈ গৈছিল টফি আৰু মূৰত মৰা ৰঙা ফিটা।

বাবাজানে মনে মনে ভাবিছিল, ৰহিমৰ লগত মোৰ বিয়াখনৰ কথা। ৰহিমৰ মাক-দেউতাকৰ লগত ইতিমধ্যে কথা-বতৰাও হৈছিল। অৱশেষত বক্ৰীদৰ এসপ্তাহ পিচত আমাৰ বিয়াৰ দিন ঠিক হৈছিল।

বক্ৰীদৰ আগৰ শনিবাৰে ৰহিম গাৱঁলৈ গৈছিল। মিঠাইৰ টোপোলাটো মোৰ হাতত দি কৈছিল—'আৰু কেইদিন অ'!'

—'ছিঃ নিলাজটো!' মই তাক ধমক দিছিলোঁ।

তাৰ পিচত সি বহুত কথা কৈছিল। চহৰৰ কথা কৈছিল। চাকৰিৰ কথা কৈছিল আৰু ছুটীৰ কাৰণে আবেদন কৰাৰ কথাও কৈছিল।

বক্ৰীদৰ আগদিনা আহিম বুলি সি বিদায় লৈছিল।

মোৰ মনটো বেয়া লাগিছিল, সি যোৱা কাৰণে।

বক্ৰীদৰ আগদিনা বহুত ৰাতিলৈকে বাট চালোঁ। সি নাহিল। গোটেই ৰাতি মোৰ টোপনি নাহিল। বাহিৰত কিহবাৰ শব্দ

শুনিলে, পোনেই ছুৱাৰখন মেলি ওলাই আহোঁ। মনটোত বুজিব নোৱাৰা এটা অবুজ উত্তেজনা।

তাৰ পিচত আকৌ ভিতৰলৈ সোমাই যাওঁ, দুৰ্ব্বলতা আৰু হতাশা লৈ।

বহুত ৰাতি। মই শুই পৰিলোঁ। কিন্তু টোপনি নাহিল। ৰহিম আহিব খুজিছিল। কিন্তু নাহিল। কিয়? সি তো মিছা কথা কোনো দিনে নকয়। তেন্তে? ছুটী নাপালে নেকি? সি তো কৈছিল এমাহৰ ছুটী লৈ আহিব বুলি।

এমাহৰ ছুটী লোৱা বুদ্ধিটো তায়েই দিছিল। সি মাত্র পোন্ধৰ দিনৰ ছুটী লম বুলি ভাবিছিল। পোন্ধৰ দিনৰ ছুটী লৈ, আকৌ পিচত ছুটী লোৱাতকৈ একেলগে এমাহৰ লোৱাটো ভাল। তাই তাক বুজাইছিল।

পোন্ধৰ দিন ছুটীৰে তাৰ হব জানো! তাই মনে মনে হাঁহিছিলঁ।

নোমলেও তো মাত্র পোন্ধৰ দিনৰ ছুটীহে লৈছিল।

নোমল আবাহঁতৰ গাৱঁৰে। চহৰত সি কেৰাণী কাম কৰে। মাক দেউতাকে তাৰ বিয়া পাতিলে। সি বিয়াৰ আগদিনাখনহে গাওঁ পালেহি। মাকে পলম হোৱাৰ কাৰণ সোধাত সি খংকৈ কলে—'মোৰ আন কাম নাই নহয়। ঘৰত থাকিলেই হব? চাকৰিটো গলে খাম কি?'

মাকে ভাবিলে, হয়তো! চাকৰিটোহে আচল কথা। চাকৰিটোৱেই যদি নেথাকে, বিয়া কৰাই কি হব। পোহপাল দিব কিহেৰে। এইখিনি দায়িত্বজ্ঞান থকা কাৰণে পুতেকক তেওঁ শলাগিলে।

মাক মনে মনে থাকিল।

বিয়া হৈ গ'ল। এজনী নতুন মৰম লগা ছোৱালী কইনা হৈ সিহঁতৰ ঘৰলৈ আহিল।

এদিন দুদিনকৈ পোন্ধৰ দিন পাৰ হৈ গ'ল। নোমলৰ চহৰলৈ



যোৱা নহল। সদায় যাবলৈ ওলালেও সময়ত এটা নহয় এটা অঘটন ঘটেই, ফলত সি থাকিব লগাত পৰে।

যোল্ল দিনৰ দিনা সি যাবলৈ ওলাল। মাকে কাপোৰ কানি বান্ধি দিলে। চহৰত খাবলৈ জলপানৰ টোপোলা এটাও লগত দিলে।

এখোজ দুখোজকৈ সি আগবাঢ়ি গ'ল। নঙলামুখত ৰৈ সি এবাৰ ঘৰৰ পিনে চালে। তাৰ পিচত আকৌ খোজ দিলে। গাৱঁৰ মানুহে ভাবিলে, সি গ'ল।

এঘণ্টামানৰ মূৰত সি আকৌ ঘূৰি আহিল। ঘৰ সোমায়েই সি বিছনাত পৰিল। মাক দেউতাক দুয়ো আচৰিত হল, সি ঘূৰি অহা দেখি। তাৰ কি হৈছে, মাকে সুধিবলৈ খুজিছিল যদিও নোৱাৰিলে। পুতেক বোৱাৰীয়েক একেলগে থকা ঘৰটোলৈ যাবলৈ তেওঁ লাজ পালে। অৱশেষত গাৱঁৰে সৰু লৰা এটাৰ হতুৱাই সোধোৱাত নোমলে কেঁকাই কেঁকাই তাৰ জ্বৰ উঠা বুলি কলে।

দেউতাক আবাৰ বাবাজানৰ ওচৰ পালেগৈ। তেওঁ আহিল। নোমলক চাই কেইপালিমান ঔষধ দিলে।

এদিন দুদিনকৈ আৰু চাৰিটা দিন পাৰ হৈ গ'ল। নোমল এইকেইদিন বাহিৰ ওলোৱা নাই। পাঁচদিনৰ দিনা পুৱা নোমলে দেউতাকক ছুটীৰ দৰখাস্ত এখন দি চহৰলৈ পঠালে। দৰখাস্তখন দিওঁতে তেওঁ নোমলৰ মুখলৈ চাইছিল। জ্বৰ হোৱাৰ কোনো চিনকে কিন্তু দেখা নাছিল তাৰ মুখখনত।

চহৰলৈ যাবলৈ বুলি তেওঁ ওলাই আহিল। মছজিদৰ ওচৰ পাওঁতে আবাৰ দেউতাকে তেওঁক মাতিলে।

—'নোমলৰ এতিয়া কেনে?' নোমলৰ দেউতাকক তেওঁ সুধিছিল।

—'কেনে হব আৰু! ছুটীৰ কাৰণে দৰখাস্ত দি পঠিয়াইছে। মই তেতিয়াই কৈছিলোঁ, কেইদিনমান বেচিকৈ ল। ঘৰতো কাম আছে। পিচে, বুঢ়াৰ কথা ক'ত শুনিব। আমি যেন ডেকা

নাছিলোঁৱেই। আমাৰ যেন বিয়া হোৱা নাছিলেই। সকলো বুজোঁ, বাপু।' তেওঁৰ কথাত আৰাৰ দেউতাকে হাঁহিলে।

—'এৰা, সেই দিনবোৰ যে আৰু!'

—'নকবা! তাকেহে মই মাকক বুজাইছোঁ। মাকেতো ভাবি চিন্তি অস্থিৰ, তাৰ জ্বৰ হোৱা শুনি। কিন্তু মইতো জানো, তাৰ জ্বৰ ক'ত! দেহত নে মনত।'

আকৌ দুয়ো হাঁহিলে।

—'ডেকা বয়সত এনে হবই। বিশেষকৈ নতুনকৈ বিয়া কৰোৱা-সকলৰ। তাকনো দুষিম কি? আমি জানো কম আছিলোঁ?'

—'তুমি মোৰ বিয়াৰ কথা জানা নহয় ককাই?'

—'জানো তো!' আৰাৰ দেউতাকে মূৰ দুপিয়ালে। সেই বিয়াখনৰ কাৰণে মাই কত কষ্ট খালে। মই নকৰাওঁ, মাই নেৰে। মই তেতিয়া কোচবিহাৰত। যাজনিক কৰোঁ। আমাৰ ভাগত এশঘৰমান যজমান আছিল। চোৱাচোন এশঘৰ যজমানৰ লেঠা মৰাটো কিমান টান। তেওঁলোকৰতো এটা নহয় এটা লাগিয়েই থাকে। আজি শ্ৰাদ্ধ, কালি ল'ৰাৰ বিয়া। পৰহী কালীপূজা! এইবিলাক এৰি মই ঘৰত বেছি দিন কেনেকৈ থাকোঁ?'

—'ওঁ, হয়তো! কাম এৰি কেনেকৈ থাকিবি।' আৰাৰ দেউতাকে শলাগিলে।

ঘৰলৈ জনালোঁ, আহিব নোৱাৰো। ককাইদেৰে লিখিলে, মাত্ৰ কেইদিনমানৰ কাৰণে আহিব লাগে।

অৱশেষত আহিলোঁ যদিও আহিবৰ ইচ্ছা মুঠেও নাছিল। বিয়াৰ আগদিনাখন, ঘৰ পাই দেখিলো, বিয়াৰ যোগাৰ সকলো হৈছেই। মই এফালে বহি থাকিলোঁগৈ।

মা মোৰ খবৰ সুধিবলৈ অহাত মই খংকৈ কৈ দিলোঁ—'মই হলে পৰহি দিনা যাম।'

'যাব খুজিছ যাবি।' মাৰ কথাত ভালেই পালোঁ। মাৰ কথাৰ



ওপৰত কাৰো কথা নৰজে। ককাইদেৰেও মোক ৰাখিব নোৱাৰে এতিয়া।

বিয়া হৈ গ'ল।

বৰ-কইনাক ঘৰ দিলে।

এটা বিতৃষ্ণাৰে ঘৰ সোমালোগৈ। কইনাৰ কথাতকৈ কোচ-বিহাৰৰ যজমানসকলৰ কথাহে মোৰ বেছিকৈ মনত পৰি আছিল।

সিদিনাৰ ৰাতিটো পাৰ হৈ গ'ল। তাৰ পিচদিনাখন যোৱাৰ কথা। গাড়ীত অহাৰ ভাগৰ মৰা নাই বুলি সিদিনাও থাকিলোঁ। গাড়ীত অহাটো তো কম কথা নহয়। বহুদিনলৈকে ভাগৰেই নমৰে।

তাৰ পিচদিনাখন? উপাই নাই। মাক কৈছোঁৱেই। আনহাতে মাহঁতেও বুজে যে, মই ঘৰত থাকিলে নচলে। ৰাতিপুৱাই মাই মোক জগাই দিলে।

টোপোলাটো লৈ ওলাই আহিলোঁ যদিও মনটো দেখোন বেয়া লাগিল। তেতিয়া বৰষুণ দি আছিল। ভৰিখন পিচলাই দিলোঁ। কানি-কাপোৰ সকলো নষ্ট হল।

তাৰ পিচদিনাও সেই একেই কথা। বৰষুণ এৰা নাই। অথচ, আগদিনা পিচলি পৰা ঠাইখিনিত সিদিনাও পিচলি পৰিলোঁ।

এইদৰে এসপ্তাহ পাৰ হৈ গ'ল। ককাইদেৰে কিবা বুজিলে হবলা! তেওঁ দেখোন কলে,—"খেতিখন চাবি, মৱেই কোচবিহাৰলৈ যাওঁ। বহুদিন যোৱাও নাই।"

আৰাৰ দেউতাকে হাঁহিলে। 'এৰা ডেকা বয়সত কিমান যে ফাঁকি ফুকা কৰিছিলোঁ। সেইবোৰ কথা মনত পৰিলে বেয়া লাগে। অতীতটোক উভটি চাবলৈ মন যায়। পিচে, কেনেকৈ চাবি। উপাই আছে জানো! কেতিয়াবা বুঢ়ীৰ লগত দুষাৰ মেলকে পাতিবৰ মন যায়, অকলশৰে। বুঢ়ীও আহে হোকাটো দিয়াৰ চেলু লৈ। আহিলে কি হব, কোনোবা এজনে নহয়, এজনে দেখেই দুয়োকে একেলগে বহি থকা। বুঢ়ী উঠি যায়।

বুঢ়া হলে কি হব। মনটোতো বুঢ়া হোৱা নাই।

হলেও ডেকা গাভৰুবোৰে তাকে দেখিয়েই হাঁহে। সিহঁতৰ উৎপাতত একোকে কৰিব নোৱাৰ। ডেকাকাল পাৰ হৈ হে যে আমি বুঢ়া হলো, সিহঁতে কবই নোৱাৰে। তহঁততকৈ আমি এখোপ চৰাহে আছিলোঁ তেতিয়া।

আৰাৰ মাকক যেতিয়া বিয়া কৰাই আনো, মাৰ যে কি আনন্দ! দিনৰ দিনটো তাইৰ মাৰ লগতেই কাটে। ৰাতিও এপৰলৈকে মাৰ লগতেই থাকিব। তেনেহলে ভাবি চা, মোৰ অৱস্থাটো। ময়ো যে তেজ মঙহৰ মানুহ, মোৰো যে কামনা বাসনা আছে, তাইক কেইদিন বুজালোঁ, তথাপি নুশুনে! তাই কয়—'মাই এৰি নিদিলে মই কেনেকৈ আহোঁ।'

অৱশ্যে কথাটো মিছাও নহয়। মাৰ অভ্যাস, কোনোবা এজনে তেওঁৰ চুলিবোৰ পিহি নাথাকিলে টোপনি নাহে। দেউতা থকাত তেৱেঁই এইখিনি কৰিছিল। দেউতা ঢুকোৱাৰ পিচত আহিল আৰাৰ মাক। গতিকে এই কামটো তেওঁৰ ওপৰতেই পৰিল। পুৰণি অভ্যাস এটা তেওঁ সতকাই এৰি পেলাবও নোৱাৰে।

কিন্তু মোৰ পিনেও তো চাব লাগিব। দিনটো পথাৰত কাম কৰোঁ। গধূলি ভাতৰ পাতত বহাৰ লগে লগেই টোপনি আহিবলৈ ধৰে। তাৰ পাচত বিছনালৈ আহি ৰাতি এপৰলৈ বাট চোৱাৰ ধৈৰ্য্য নাথাকে। জোৰকৈ চকুছুটি মেলি থাকিলেও এসময়ত মুদ খাই যায়। কেতিয়াবা আকৌ চকুত মিঠাতেল ঘহোঁ, টোপনি নাহিবৰ কাৰণে। তথাপি সেই একেই অৱস্থা। সদায়ে তেওঁ মোক টোপনিত মাতিব লগা হয়। টোপনি ভঙাৰ পিচত তেওঁৰ লগত কথা কবলৈ ভাল নালাগে। চকু দুটা পিহি পিহি আকৌ শুই পৰোঁ।

তেওঁক সদায় বুজাওঁ। সেই একেটা উত্তৰ।

এদিন ভাও ধৰিলোঁ।

পথাৰৰ পৰা আহি ধানৰ ভাৰখন চোতালত থৈ শুই পৰিলোঁ।



মাই সুধিলে—'অসুখ হৈছে নেকি? আবেলিতে বিছনাত পৰিলি দেখোন!'

কেকাঁই কেকাঁই মই কলোঁ—'কঁকালখন বৰকৈ বিষাইছে, মা! কি যে হল। মই দেখোন থিয় হৈ থাকিব নোৱাৰোঁ। আজি কোনোমতেহে ধান ভাৰ আনিলোঁ। বাকীখিনি যে কেনেকৈ ঘৰলৈ আনো।'

মাই কিবা ভাবিলে, তাৰ পিচত ওলাই গ'ল।

অলপ পিচত বাটি এটাত তেল অলপ আনি কলে—'খুব মালিচ কৰিবি। বোৱাৰীক মই পঠাই দিছোঁ।' চিন্তিত মুখেৰে তেওঁ আকৌ ওলাই গ'ল।

অলপ পিচত আৰাৰ মাক আহিল। মই তেওঁৰ মুখলৈ চালোঁ। চকুদুটা তেওঁৰ সেমেকি উঠিছিল। কঁকালখনত হাত এখন থৈ তেওঁ কলে—'ভাল হৈছে। কথা কলে নুশুনে। লাহে ধীৰে কাম কৰিলে কি হয়? এতিয়া যে পৰি থাকিব লাগিব, পথাৰৰ ধান কোনে কাটিব?'

মই তেতিয়াও চকুদুটা মুদি আছিলোঁ। তেওঁ তেল অলপ কঁকালখনত দি পিহি দিওঁতেই মোৰ হাঁহি উঠিল। মই জাপ মাৰি উঠি বহিলোঁ।

তেওঁ আচৰিত। পিচত তেওঁ যেতিয়া বুজিলে, এইবোৰ মোৰ ভাও, তেওঁৰ খং উঠিল মাক ঠগোৱাৰ কাৰণে। খং উঠিলে কি হব!

পিচদিনাখনৰ পৰা, পথাৰলৈ তেওঁকো মোৰ লগত পঠোৱা হল। গধূলিও তেল মালিচ কৰিবলৈ পঠিয়াই দিয়া হল সদায়েই।'

আৰাৰ দেউতাকে আকৌ হাঁহিলে। 'উঃ কি যে নকৰিছিলোঁ আমি!'

নোমলৰ দেউতাক বহাৰ পৰা উঠিল।

'যা বাৰু! ববাবুক তয়ো অলপ বুজাই কবি।'

মূৰ ঢুপিয়াই তেওঁ ওলাই গ'ল।

ৰাতিপুৱা সাৰ পাই তাই চকু মেলি চাই দেখে, ঘৰৰ ভিতৰখন পোহৰেৰে ভৰি পৰিছে। তাইৰ লাজ লাগিল। বক্‌ৰীদৰ দিনা কিমান কাম! অথচ, তাই শুই আছে।

মছজিদৰ সন্মুখখন মানুহেৰে ভৰি পৰিছে। তেওঁলোকে নামাজ পঢ়িবলৈ ধৰিছে। তাই দুৱাৰমুখতে থিয় হৈ থাকিল।

বাটলৈ তাই কেইবাবাৰো চালে। কিমান মানুহ অহা-যোৱা কৰিছে এই বাটটোৰে। সি নো আহিব নেপায়নে?

বেৰৰ কামীবোৰ তাই এটা দুটাকৈ গণিবলৈ ধৰিলে। আহিব নাহে'ৰ পৰা আৰম্ভ কৰি আহিবত শেষ হোৱাত তাই আকৌ বাহিৰলৈ চালে।

হলেও তাইৰ বিশ্বাস হ'ল, ৰহিম আহিব বুলি। মঙ্গলে মিছা কথা নকয়। শেষৰ কামীটো যেতিয়া আহিব'ত পৰিছে, সি আহিবই।

নামাজ পঢ়া শেষ হ'ল। এজনে উঠি তেতিয়া 'চিন্নী' বিলাবলৈ ধৰিলে। তায়ো 'চিন্নী' ললে।

এনেতে নবীন মাষ্টৰ আহিল। মাষ্টৰক দেখি ল'ৰা-ছোৱালীবোৰে চিঞৰি উঠিল। মাষ্টৰ মছজিদৰ সন্মুখৰ ঘাঁহনিডৰাতে বহিল। ল'ৰা-ছোৱালীবোৰে তেওঁক বেঢ়ি ধৰিলে।

আৰাই এখন কাঁহী মাষ্টৰলৈ আগবঢ়ালে। কাঁহীখন হাতপাতি লৈ মাষ্টৰে সুধিলে—

'এয়া কি অ'!'

—'চিন্নী।'

—'কিহৰ?'

—'বক্‌ৰীদৰ!'

—'বক্‌ৰীদ মানে নো কি?'

তাই একো নমতা দেখি মাষ্টৰে কলে—'ৰ, মই কম।' সাধুকথা শুনিবলৈ পোৱাৰ আশাত তায়ো তেওঁৰ কাষতে বহিল। মাষ্টৰে



খাবলৈ আৰম্ভ কৰিলে।

খোৱা হলত, কাঁহীখন থৈ তেওঁ কবলৈ ধৰিলে—

'হজৰত ইব্ৰাহিম বৰ ত্যাগী পুৰুষ আছিল। সৎকৰ্ম্ম আৰু মানুহৰ সেৱাই তেওঁৰ জীৱনৰ মূলমন্ত্ৰ আছিল। তেওঁ কাকো বিমুখ নকৰিছিল। তেওঁৰ ত্যাগৰ মহিমা দেখি খোদাও আচৰিত হৈ গৈছিল। এদিন খোদাই তেওঁক সপোন দেখুৱালে—'তোমাৰ আটাইতকৈ প্ৰিয় বস্তুটো মোৰ নামত কোৰবাণী কৰা।' সপোনটো দেখাৰ পিচতে তেওঁ বিছনাত উঠি বহিল। চাৰিওপিনে চালে। কিন্তু কাকো নেদেখিলে। তেওঁ বুজিলে, ই খোদাৰ আদেশ। আন একো নহয়। পিচদিনা ৰাতিপুৱা তেওঁ বহুত উট খোদাৰ নামত কোৰবাণী কৰিলে।

খোদা সন্তুষ্ট হোৱা বুলি ভাবি তেওঁ আনন্দ পালে। পিচে, সিদিনা ৰাতি তেওঁ আকৌ সপোন দেখিলে যে, তেওঁৰ আটাইতকৈ মৰমৰ বস্তুটো খোদাৰ নামত কোৰবাণী কৰিব লাগে।

তেওঁ আচৰিত হ'ল। খোদাক সন্তুষ্ট কৰিব নোৱাৰাৰ কাৰণে তেওঁ মনে মনে কষ্টও পালে। কিহেৰে খোদাক সন্তুষ্ট কৰিব পৰা যায় তেওঁ ভাবিবলৈ ধৰিলে।

এনেতে 'দুম্বা' এটা ওচৰলৈ আহি তেওঁৰ হাতখন চেলেকিবলৈ ধৰিলে। তেওঁ তাক ওচৰলৈ চপাই আনি মৰম কৰিলে। মূৰটো লাহে লাহে পিহি দিলে।

খোদাই কিজানি দুম্বাৰ কোৰবাণী বিচাৰিছে। তেওঁ ভাবিলে।

খোদাৰ নামত তেওঁ বহুতো দুম্বা কোৰবাণী কৰিলে।

খোদা কিন্তু সন্তুষ্ট নহল। শেষ নহল সপোনবো।

তেওঁ আকৌ আগৰদৰে সপোন দেখিলে।

হজৰত ইব্ৰাহিম আচৰিত হ'ল। তেওঁ ভাবিলে, তেওঁৰ মৰমৰ বস্তু কি থাকিল এই সংসাৰত। পিচ মুহূৰ্ত্ততে তেওঁৰ মন আনন্দত জিলিকি উঠিল। তেওঁৰ মৰমৰ সন্তান ইছমাইলৰ কথা তেওঁৰ মনত

পৰা নাছিল। তেওঁ বুজিলে, এইবাৰ ইছমাইলৰ কোৰবাণী খোদাই বিচাৰিছে।

তেওঁ ইছমাইলক কোৰবাণী কৰিবলৈ সাজু হ'ল। কিন্তু কেনেকৈ? মাকে দিব জানো তেওঁৰ একমাত্ৰ সন্তানক কোৰবাণী কৰিবলৈ? তেওঁ এটা বুদ্ধি পাঙিলে। এঠাইত নিমন্ত্ৰণ থকা বুলি তেওঁ ইছমাইলক ওলাবলৈ কলে। দেউতাকৰ লগত যাবলৈ পাই, আনন্দতে সি জপিয়াই উঠিল। মাকে তাক সাজ-পাৰ পিন্ধাই দিলে।

হাবিৰ মাজেৰে দুয়ো যাবলৈ ধৰিলে। ইব্ৰাহিম আগে আগে গৈছে। ইছমাইলে তেওঁৰ পিচ লৈছে।

এনেতে এটা চয়তানে তেওঁলোকৰ পিচ ললে। খোদাৰ আদেশ ইব্ৰাহিমে পালন কৰিব, এই কথাটো সি ভাল নাপালে। কেনেকৈনো এই কোৰবাণী বন্ধ কৰিব পৰা যায়, সি ভাবিবলৈ ধৰিলে।

অকোৰা পকোৰা আলিটোৰে তেওঁলোক গৈ আছে। চয়তানটোও তেওঁলোকৰ পিচে পিচে গৈছে।

এইবাৰ তেওঁলোকে গহীন বননি পালে। ওখ গছবোৰৰ মাজেৰে আলিটো। ইছমাইলৰ ভাগৰ লাগিছিল যদিও লাহে লাহে দেউতাকৰ পিচে পিচে গৈ থাকিল।

ইছমাইল অলপ পিচ পৰাত, চয়তানটো কাষ চাপি গৈ তাৰ কাণত ফুচফুচাই কলে—'দেউতাৰাই তোমাক কোৰবাণী কৰিব। খোদাৰ আদেশ হৈছে। তুমি মোৰ লগত আহা।'

ইছমাইলে চয়তানৰ কথা বিশ্বাস নকৰি দেউতাকক সুধিলে—'বাবাজান! আপুনি মোক কোৰবাণী কৰিব?'

ইব্ৰাহিম আচৰিত হল। খোদাৰ আদেশৰ কথা তেওঁ অইনক জানিবলৈ দিয়া নাছিল। ইছমাইলক তেওঁ সুধিলে—'তোমাক কোনে কলে?'

—'এতিয়াই এজনে কৈ গ'ল। তেওঁৰ মুখখন মই চিনি নেপালোঁ। তেওঁ মোক লগত লৈ যাব খুজিছিল।'



ইব্ৰাহিমে বুজিলে, এইয়া চয়তানৰ কাম। শিলগুটি এটা ইছমাইলৰ হাতত দি তেওঁ কলে—'সি যোৱা পিনে এইটো দলিয়াই দিয়া।'

ইছমাইলে শিলটো দলিয়াই দিলে। ভয় পাই চয়তান পলাল।

তেওঁলোক আকৌ আগবাঢ়িবলৈ ধৰিলে।

মুখৰ ঘামবোৰ মচি মচি হঠাতে ইছমাইল ৰৈ গ'ল।

—'ভাগৰ লাগিছে, ইছমাইল।'

—'ওঁ, আৰু কিমান দূৰ, বাবাজান।' ইছমাইলে তেওঁৰ মুখলৈ চাই সুধিলে।

ইব্ৰাহিমে ওপৰলৈ চালে। ইছমাইলৰ মাকলৈ তেওঁৰ মনত পৰিল। আহিবৰ সময়ত তেওঁ কৈছিল—'নিমন্ত্ৰণৰ পৰা সোনকালে আহিবা। পলম নকৰিবা।' কিন্তু যেতিয়া তেওঁ শুনিব, তেওঁ-লোকৰ আদৰৰ পুত্ৰ ইছমাইল এই সংসাৰত নাই, তেতিয়া!

তেওঁৰ চকুদুটা সেমেকি উঠিল। ইছমাইলৰ মূৰটো বুকুৰ মাজলৈ চপাই আনি তেওঁ কলে—'আমি কোনো নিমন্ত্ৰণলৈ অহা নাই, ইছমাইল।'

আচৰিত হৈ ইছমাইলে তেওঁৰ মুখৰ পিনে চাই থাকিল।

—'খোদাৰ আদেশ, তোমাক কোৰবাণী কৰিব লাগে। সেয়েহে তোমাক লৈ আহিছো, এই গহীন বননিলৈ।'

—'খোদাৰ আদেশ? খোদাৰ আদেশত মোক কোৰবাণী কৰিব? ই যে মোৰ পৰম ভাগ্য বাবাজান।' আনন্দতে সি দেউতাকক সাবট মাৰি ধৰিলে। কিন্তু অলপ পিচতে তাৰ মনলৈ বেজাৰ নামি আহিল। দুখ মনেৰে সি দেউতাকক কলে—'ছুৰী এখন লগত অনা হলে ভাল আছিল, বাবাজান। ছুৰী নহলে কোৰবাণী কেনেকৈ কৰিব?' ইব্ৰাহিমে দীঘল ছুৰী এখন আৰু ৰচি এডাল উলিয়ালে। এইখিনি তেওঁ লুকাই আনিছিল। ছুৰীখন দেখি ইছমাইলৰ মুখখন আকৌ আনন্দত জিলিকি উঠিল। ৰচিডাল

দেউতাকৰ হাতত দি সি কলে—'মোক ভালকৈ বান্ধক, বাবাজান ; যা'তে মই লৰচৰ কৰিব নোৱাৰোঁ।'

ইব্রাহিমৰ কথা কবৰ শক্তি তেতিয়া নাছিল। ইছমাইলৰ হাতৰ পৰা ৰচিডাল লৈ তেওঁ তাক বান্ধিলে। তাৰ পিচত হাতত ছুৰীখন লৈ তাৰ পিনে আগুৱাই আহিল।

হঠাতে তেওঁ বৈ গ'ল। ছুৰীখন হাতৰ পৰা সৰি পৰিল। তেওঁৰ মনৰ অৱস্থা বুজিব পাৰি ইছমাইলে কলে—'বাবাজান! আপুনি চকুত কাপোৰ বান্ধি লওক। মোৰো চকুত কাপোৰ বান্ধক।'

ইব্রাহিমে ইছমাইলৰ চকুত কাপোৰ বান্ধিলে। তাৰ পিচত নিজৰ চকুতও কাপোৰ বান্ধি ছুৰীখন হাতত তুলি ললে। এইবাৰ তেওঁ নিশ্চিন্ত। ইছমাইলৰ শান্তমুখখনে এতিয়া তেওঁক বিচলিত কৰিব নোৱাৰে। চকুহুটা বন্ধ হোৱাৰ লগে লগে মায়ামমতা সকলো আঁতৰি গৈছে। এইবোৰেই যে মানুহৰ মুক্তিৰ বাটত প্ৰধান ভেটা।

'বিছমিল্লাহ, আল্লাহু আকবৰ' বুলি ছুৰীখন তেওঁ আগবঢ়াই দিলে। ছুৰীখন উফৰি আহিল। ইব্রাহিমে আকৌ ছুৰী চলালে।

মনে মনে তেওঁ আনন্দিত হ'ল। তেওঁ যে খোদাক সন্তুষ্ট কৰিব পাৰিছে এইয়ে তেওঁৰ আনন্দ। ধীৰে ধীৰে তেওঁ চকু মেলিলে।

বিস্ময়ত তেওঁ হতবাক হৈ পৰিল। এইয়া কি! তেওঁ নিজৰ পুত্ৰকহে কোৰবাণী কৰিছিল। কিন্তু এইটোতো তেওঁৰ পুত্ৰ ইছমাইল নহয়, এটা দুম্বাহে। তেওঁ খোদাৰ ওচৰত ফৰিয়াদ কৰিলে—'হে খোদা! তোমাৰ মহিমা মই বুজিব পৰা নাই। তোমাৰ আদেশমতে মই ইছমাইলক কোৰবাণী কৰিলোঁ। তাৰ সলনি এটা দুম্বাহে দেখোন কোৰবাণী হৈছে।'

এনে সময়তে হাবিৰ মাজৰ পৰা কোনোবাই কৈ উঠিল—



'তোমাৰ ওপৰত মই সন্তুষ্ট। তোমাৰ এই মহাত্যাগ জগতে অনুকৰণ কৰিব। সমগ্ৰ পৃথিবীয়েই তোমাৰ আদৰ্শৰ দ্বাৰা অনুপ্ৰাণিত হব।'

সেয়েহে মুছলিম সকলে বক্‌ৰীদ পালন কৰি, হজৰত ইব্রাহিমৰ কথা সোঁৱৰে। তেওঁৰ ধৰ্ম্ম অকল মুছলমান সমাজতে সীমাবদ্ধ হৈ থকা নাই। তেওঁৰ ত্যাগধৰ্ম্ম প্ৰতিজন মানবেই স্বীকাৰ কৰে। ই যে মানবৰ ধৰ্ম্ম।"

এনেতে, মাটিৰঙৰ মটৰ গাড়ী এখন আহি মছজিদৰ সন্মুখতে ৰলহি। পুলিচ এজন নামি আহিল। পুলিচজন আগবাঢ়ি নহা দেখি আৱাৰ দেউতাক গাড়ীখনৰ কাষলৈ গ'ল।

আন মানুহবোৰে চাই থাকিল।

হঠাতে তেওঁ চিঞৰি উঠিল। আৱাহঁত গাড়ীখনৰ কাষ পালেগৈ।

ৰহিমৰ শ'টো বগা কাপোৰ এখনেৰে ঢাকি থোৱা আছিল। আৱাৰ দেউতাক ওচৰতে বহি আছিল। শটো সাবট মাৰি ধৰি তাই কান্দিবলৈ ধৰিলে। তাৰ শুকান বুকুখন তাইৰ চকুলোৰে তিতি গ'ল।

—'সোনকালে ওলাওক।' পুলিচ জনৰ মাতত তাই দেউতাকৰ মুখলৈ চালে। আৱাক ৰহিমৰ গা'ৰ পৰা এৰুৱাই আনি তেওঁ কলে—'হিন্দু-মুছলমানৰ কাঁজিয়া লাগিছে। ৰহিমক কোনোবাই কাটিলে। আমিও এতিয়াই যাব লাগিব।'

তাই আচৰিত হৈ গৈছিল। কলৈ যাব লাগিব, তাই বুজা নাছিল। বাহিৰৰ পৃথিবীখন তাই দেখা নাছিল। সকুৰে পৰা এইখন গাৱঁতে ডাঙৰ হল। এতিয়া কলৈ যাব?

তাই পুলিচজনলৈ চালে। পুলিচজনে মূৰৰ ৰঙা টুপীটো হাতখনেৰে এবাৰ চুই চালে, ঠিক আছে নে নাই। তাৰ পিচত ৰহিমৰ শটোৰ পিনে যাই থাকিল।

পুলিচ! তাৰ মৰাশটো আনিবৰ যে তোমাৰ সময় হল, তাক ৰক্ষা কৰিবলৈ সময় নহল কিয়?

তাই, পিন্ধা কাপোৰ কেইখন বান্ধিবলৈ ধৰিলে। দেউতাকে হাতত কোবানখন লৈ ওলাই গ'ল। ইতিমধ্যে ৰহিমক কবৰ দিবলৈ লৈ গৈছে।

আগত গৰুহাল লৈ মহিম আহি পালে। বাটত পুলিচ দেখি সি আচৰিত হৈ গৈছিল। খুব ভয়ে ভয়ে সি ঘৰ সোমাইছিলহি।

আৰাৰ মুখত সকলোবোৰ শুনি সি কান্দি দিছিল।

এঘণ্টামানৰ মূৰত দেউতাকহঁত আহি পালে। সিহঁত গাড়ীখনৰ কাষ পালেহি। মহিমে গৰুহাল লৈ অহা দেখি পুলিচজনে তাক ধমক দিলে।

অৱশেষত গৰুহাল এৰি দি সি গাড়ীত উঠিল। খগেনহঁতে কান্দিলে। অঞ্জনাহঁতে কান্দিলে। সিহঁতেও কান্দিলে।

গাড়ী চলিবলৈ আৰম্ভ কৰিলে। মহিমে হঠাতে চিঞৰি উঠিল— 'গৰুহাল বান্ধিব কোনে?'

—'বান্ধিব আৰু কোনোবাই।' দেউতাকে গহীন হৈ কলে।

মহিম মনে মনে থাকিল।

ৰেল ষ্টেচনৰ ওচৰতে ৰিফিউজী কেম্পটো। সদায় পুলিচৰ পহৰা। কোনেও ওলাব নোৱাৰে। বহুত মানুহ গোট খাইছিলহি। সকলোৱে ঘৰ-বাৰী এৰি আহিছে।

মহিম এদিন পলাই গৈছিল, গৰুহাল চাবলৈ। পুলিচে তাক বাটৰ পৰা ধৰি আনিলে।

সকলোৱে পাকিস্থানলৈ যোৱা গাড়ীৰ অপেক্ষা কৰিবলৈ ধৰিলে। পাকিস্থান? কিমান দূৰ? পাকিস্থানৰ নাম তাই এই প্ৰথম শুনিলে। পাকিস্থাননো ক'ত! তাই ভাবে।

ইতিমধ্যে পাকিস্থানৰ পৰা এখন ৰেল গাড়ী আহিছে। মানুহ



ওচৰলৈ যাব দিয়া নাই। সিহঁতে দূৰৰ পৰা চাইছে।

ষ্টেচন পুলিচেৰে ভৰি পৰিছে। ডবাবোৰৰ দুৱাৰবোৰ বন্ধ।

ৰাতি, ষ্টেচনৰ পূবপিনৰ হাবিডৰাত জুই লাগিল। এটা বেয়া গোন্ধ আহিল। মানুহ পোৰাৰ গোন্ধ। আৰাৰ দেউতাকহঁতে কোৱামেলা কৰিলে, সেই গাড়ীখনত হেনো এজনো জীৱিত মানুহ নাছিল। সকলোকে বাটতে কাটিলে। হিন্দুস্থানলৈ আহিব খোজা মানুহবোৰ বাটতে মৰিল। হিন্দুস্থানৰ মাটি সিহঁতে চুই নেপালে।

কি নৃশংস। পাকিস্থানৰ মানুহবোৰলৈ তাইৰ খং উঠিছিল। মানুহৰ ওপৰত এই অত্যাচাৰ কিয়? তোমালোকেইতো সিহঁতক খেদি দিছা? সিহঁত জীয়াই থাকিলে তোমালোকৰ লোকচান কিটো?

দেউতাকে বুজাইছিল—'মানুহবোৰ পাগল হল। কলিৰ শেষ। সিহঁত এনেকৈয়ে মৰি শেষ হব।'

তাইৰ কিন্তু বিশ্বাস নহৈছিল। কলিৰ শেষ বুলিয়েই আমি এইদৰে কটাকটি কৰি মৰিম নেকি! আমি জানো একে মানুহ নহয়।

আঠুকাঢ়ি ৰহি দেউতাকে প্ৰাৰ্থনা কৰিছিল—'ইহঁতক তুমি শান্তি দিয়া, খোদা।'

তায়ো ওপৰলৈ চাই মনে মনে কৈছিল—'মানুহবোৰক ইমান কষ্ট কিয় দিছা, খোদা!'

অৱশেষত পাকিস্থানলৈ যোৱা গাড়ীখন আহি পালে। সিহঁত উঠি বহিল। গাড়ী চলিবলৈ আৰম্ভ কৰিলে। মহিমে খিৰিকিৰে বাহিৰলৈ চালে। ৰেললাইনৰ দুয়োপাৰে বননিবোৰ গজি উঠিছিল। সেউজীয়া বননিডৰালৈ চাই মহিমে কলে—'বাইটি! গৰুহালে কিন্তু ইয়াত চাৰ পালেহেঁতেন।'

তাঁয়ো বাহিৰলৈ চালে। এৰা, ৰঙা মাটিত সেউজীয়া বননি। ঠিক শাওনৰ কেঁচা বোকাৰ কঠিয়াবোৰৰ দৰে লহ্পহ্কৈ বাঢ়ি আহিছে।

দেউতাকে কলে—'সেয়া তেজ। মানুহৰ তেজ। ডবাৰ পৰা ছিটিকি পৰিছে।'

গাড়ী আগবাঢ়ি গৈ আছে। যিমানে আগবাঢ়িছে, সিহঁতৰ মনবোৰ বেয়া হৈ আহিছে। আগৰপিনে মাটিত তেজৰ চিন স্পষ্ট হৈ উঠিছে। কেৱল তেজ আৰু তেজ। ডবাৰ পৰা ছিটিকি পৰা তেজে বননিৰ মাজত ডোঙা বান্ধিছে। বননিয়ে পাইছে নতুন জীৱন। কেঁচা তেজৰ সাৰ পাই সিহঁত লহ্পহ্কৈ বাঢ়ি আহিছে।

এদিন এৰাতি পাৰ হৈ গ'ল। যোৱাৰ বিৰাম নাই। মুকলি আকাশৰ তলে তলে গাড়ীখন দৌৰি আছে। খিৰিকিৰ কাষত থকা মুখবোৰে বাহিৰলৈ চায়। চকুত সিহঁতৰ আকুল দৃষ্টি। পাকিস্থান আৰু কিমান দূৰ ?

ডবাটোত মুঠতে এশজনমান মানুহ আছিল। কুৰিজনীমান গাভৰু। বাকীবোৰ বুঢ়া-বুঢ়ী আৰু লৰা-ছোৱালী।

ৰেলগাড়ীৰ গতি ক্ৰমে হ্ৰাস হৈ আহিল।

আৰাহঁতে দেখিলে, বহুদূৰত এখন নদী। গাড়ী লাহে লাহে আগবাঢ়িবলৈ ধৰিলে। দেউতাকে কলে—'পাকিস্থানলৈ আৰু বেছি দূৰ নাই।'

বেয়া গোন্ধ এটা নাকতে লাগিলহি। মৰা শৰ গোন্ধ সহিব নোৱাৰি আটাইবোৰেই নাকত কাপোৰ গুজি ললে।

গাড়ী দলঙত উঠিল। গতিবেগ মন্থৰ।

নদীত পানী বেছি নাই। দুয়োপাৰ বালিৰে ভৰি পৰিছে।

বালিৰ ওপৰতো মানুহৰ মৰাশ। এটা দুটা নহয়—বহুতো। ভয়তে সিহঁতে চকুবোৰ মুদি দিছিল।

আৰাই মহিমৰ মূৰটো কোলাত লৈ বহি আছিল। তাৰ



পিয়াহ লাগিছিল। পানীৰ কাৰণে সি কেবাবাৰো কৈছিল। আৰাই বুজাইছিল—'অলপ ৰ।'

বেঞ্চখনৰ এমূৰে মিলিটেৰী এজন বহি আছিল। কোনোবা পলাব বুলি তেওঁ বন্দুকটো হাতত লৈ আছিল।

হঠাতে গাড়ী ৰৈ গ'ল। কি হল বুলি আটায়ে বাহিৰলৈ চালে।

তিনিজন মানুহ উঠি আহিল। সিহঁতৰ হাতত দীঘল ছুৰী। ছুৰীবোৰৰ গা'ত ৰঙা তেজৰ চেকা।

মানুহ তিনিজন আগুৱাই আহিল। ভয়তে সিহঁতে কথা কব নোৱাৰা হৈ গ'ল !

এজন আমিনাৰ পিনে আগবাঢ়ি অহা দেখি, তাই হাতদুখনেৰে বুকুখন সাবটি তলমূৰকৈ বহি থাকিল। মানুহজনে তাইক চুলিত ধৰি টানি নিলে। তাই চিঞৰিলে। মানুহজন কিন্তু নৰল। সি তাইৰ স্তন দুটা কাটি দিলে। তাই পৰি গ'ল।

তাৰ পিচত সিহঁতে উন্মত্ত বাঘৰ দৰে মানুহজাকৰ ওপৰত জপিয়াই পৰিল। মহিমক কাটিলে। দেউতাককো কাটিলে। সকলোকে কাটিলে।

মিলিটেৰীজন তেতিয়াও বহি আছিল। কোনেও নেদেখাকৈ তাই মিলিটেৰীজনৰ পিচপিনে সোমাইছিলগৈ। তেওঁ একো কোৱা নাছিল।

দেউতাকে 'হে আল্লাহু' বুলি চকু মুদিলে।

আৰাৰ চকুৰ পানীৰে মিলিটেৰীজনৰ চোলাৰ পিচফালটো তিতি গ'ল।

এনেতে, এজনে তাইক দেখা পালে। ডবাটোৰ ভিতৰত জীৱিত মানুহ পাঁচজন আছিল। সেই মানুহ তিনিজন, মিলিটেৰীজন আৰু তাই।

সি তাইৰ ব্লাউজটোত ধৰি টান মাৰিলে। ব্লাউজটো ফাটি

গ'ল। আন এজনে ছুৰীখন তাইৰ পিনে টোঁৱাই আগবাঢ়ি আহিল। ভয়তে তাই চকুছুটা মুদি দিলে।

বন্দুকৰ শব্দত তাই চকু মেলি চালে। দেখিলে, ছুৰী লৈ তাইৰ পিনে আগবাঢ়ি অহা জন পৰি গৈছে। মিলিটেৰীজনে আকৌ নিচান ঠিক কৰিলে। এজন এজনকৈ ছুয়োজনেই বাগৰি পৰিল।

তেওঁ বন্দুকটো সামৰি থব খোজতেই, হঠাতে ছুৰী এখন আহি তেওঁৰ বাওঁখন হাতৰ বাউসিত সোমাল। তেওঁ চকুছুটা মুদি দিলে। তাই পৰি থকা মানুহজনলৈ চালে। মিলিটেৰীজনৰ বিকৃত হোৱা মুখখনলৈ চাই সি শেষ নিশ্বাস কাঢ়িলে।

তাই দেউতাকৰ কাষ পালেগৈ। দেউতাকৰ বুকুখনত মূৰটো থৈ তাই উচুপি উঠিল। তাৰ পিচত মহিমৰ মূৰটো পিহি দিলে। মহিমৰ ওচৰতে মাকৰ মৰা দেহটো পৰি আছিল। তাই আঠু কাঢ়ি বহি মাকৰ মুখখনত তাইৰ মুখখন লগাই দিলে। মাকৰ বুকুত কেঁচা তেজৰ ডোঙ্গা। তাই আঙুলি এটা তেজত ডুবাই কপালত লগালে।

"তেওঁৰ হাতখনত ধৰি মই ডবাটোৰ পৰা বাহিৰ ওলাই আহিলোঁ। বাহিৰত কেইজনমান পুলিচ লগ পালোঁ। তেওঁলোকে গাড়ীৰ পৰা মৰাশবোৰ নদীৰ পানীলৈ দলিয়াই দিব ধৰিছে।

দলঙৰ ওপৰত ক্ষন্তেক থিয় হৈ ৰলোঁ। নদীৰ সোঁতত ভাহি অহা তেজবোৰৰ লগত বাবাজানহঁতৰ তেজ মিলি গৈছে। নদীৰ পানী এইবাৰ বেছি ৰঙা হৈ পৰিল।

বাবাজানহঁতকো দলিয়াই দিলে নদীলৈ।

এজন পুলিচ আগবাঢ়ি আহি মিলিটেৰীজনক ধৰিলে।

ডাক্তৰখানালৈ আমি আগবাঢ়িবলৈ ধৰিলোঁ।

নদীত ঢল আহিছে। মানুহৰ মৰাশ আৰু তেজেৰে নদীখন ভৰি পৰিছে।



ক'ত মিলিবগৈ বাৰু এই তেজবোৰ? য'ৰপৰা আহিছে ততেই নেকি!"

আৰা হঠাৎ স্তব্ধ হৈ গ'ল।

কি কব, সি ভাবি নেপালে। তাইক সহানুভূতি জনোৱাৰ ভাষা তাৰ হেৰাই গৈছিল। এয়া তাৰ সম্মুখত আৰা নে হিন্দু-মুছলমান সংঘৰ্ষৰ জ্বলন্ত স্বাক্ষৰ।

কাণৰ ওপৰত পৰা চুলিকেইডাল ওপৰলৈ তুলি দি তাই আকৌ কবলৈ ধৰিলে। "প্ৰায় তিনিমাইল আতঁৰত ডাক্তৰখানা। পুলিচ-জনৰ সহায়ত কোনোমতে ডাক্তৰখানা পালোগৈ। ছুৰীখন তেতিয়াও লাগি আছিল তেখেতৰ বাউসিত।

ডাক্তৰখানাত তিনিমাহ—অ' প্ৰায় তিনিমাহেই হব, ধৰা। তাৰ পিচত আমি এদিন ইয়ালৈ গুচি আহিলোঁ।"

আৰাই আকৌ খিৰিকিৰে বাহিৰলৈ চালে।

—'তেখেত এতিয়া ক'ত?' অজয়ে সুধিলে।

—'কোন?' অ' মিলিটেৰীজন? তেখেত কহিমালৈ গ'ল।'

অজয়ে একো নেমাতিলে।

—'মানুহজন খুব মৰমীয়াল। সপ্তাহত এখন চিঠি দিবই। মোৰ চিঠি পোৱাত পলম হলেও চিন্তা কৰি থাকে। অলপ ৰবা দেই,' বুলি তাই উঠি গ'ল, অজয় বহি থাকিল।

অলপ পিচত তাই আকৌ আহিল। চিঠিখন তাৰ হাতত দি কলে—'পঢ়া।'

—'লোকৰ চিঠি যে।'

—'একো নহয় দিয়া। খুৰাৰহে চিঠি।'

সি পঢ়িবলৈ ধৰিলে—

মৰমৰ আৰা!

যোৱা মাহত তুমি কিন্তু চিঠি এখন কমকৈ দিছা। মই

চাৰিখন দিছিলোঁ। উত্তৰ স্বৰূপে তিনিখনহে পাইছো। এই বাৰৰ পৰা যেন তেনে নহয়।

সদায় আনন্দত থাকিবা। মন মাৰি নেথাকিবা। মন মাৰি থকা এটা ডাঙৰ ব্যাধি। অহা মাহত পাৰিলে মই এবাৰ যাম। পাৰিলে তোমাকো অনাৰ চেষ্টা কৰিম।

মতিকাক মোৰ প্ৰণাম জনাবা। তুমি মোৰ মৰম লবা।

ইতি—

তোমাৰ

খুৰা—

শ্ৰীঅনিল শৰ্ম্মা।

চিঠিখন দিব ধৰোঁতে হঠাতে তাৰ চকু আৰাৰ মুখৰ ওপৰত পৰিল।

—'কিয় কান্দিছে?' তাই কন্দা দেখি সি আচৰিত হৈ গৈছিল। চিঠিখনত তো কান্দিবলগীয়া তেনে কোনো কথা নাই। তেনেহলে।

—'এনেয়ে।' মুখখন মচি মচি তাই কলে।

—'খুৰা বৰ ভাল মানুহ। চাওকচোন আপোনাক কিমান মৰম কৰে।' তাইৰ মনটো অলপ ভাল লগাবলৈ সি কলে।

—'ওঁ। খুব ভাল মানুহ। মতিকাও ভাল। এওঁলোক ছুজনৰ পৰা মই সকলোখিনিকে পাইছোঁ। বাবাজানৰ মৰমসনা শাসন আৰু মাজানৰ মৰম কোমল স্নেহ সকলো পালেঁ। তথাপি কেতিয়াবা মনত পৰে মহিমলৈ। ছুখ লাগে। কেতিয়াবা সপোনতো দেখোঁ, সি যেন 'বাইটি' বুলি মোৰ পিনে দৌৰি আহিছে। টোপনি ভাঙে। সপোনৰো শেষ হয়। কিন্তু মহিম নাহে।' হাতখনেৰে মুখখন ঢাকি লৈ তাই উচুপি উঠিল।

—'বাইটি!' অজয়ে তাইৰ মূৰটোত ধৰি মাতিলে।

জোৰকৈ তাই হাঁহি দিলে। তাৰ পিচত তাক বুকুৰ মাজত সাবটি ধৰিলে। তাইৰ ছুহাতৰ মাজৰ পৰা ওলাব নোৱাৰি, কোলাতে মূৰটো থৈ সি তাইৰ হাঁহি থকা মুখখনৰ পিনে চাই



থাকিল। তাই মুখখন তললৈ আনি তাৰ গালতে চুমা এটা খাই দিলে খুব মৰমলগাকৈ। দ্বিতীয়বাৰ চুমাখাবলৈ ধৰোঁতে, সি হাত ছুখনেৰে মুখখন ঢাকি ধৰিলে।

—'এৰি দিয়া না।' তাই তাৰ হাত ছুখন এৰুৱাবলৈ চেষ্টা কৰিলে।

—'নেলাগে।'

—'কিয়? লাজ লাগে?'

—'ওঁ।'

—'আজি বৰষুণ দিব। আকাশত মেঘ দিছে।'

অজয়ে মুখৰ পৰা হাত ছুখন আঁতৰাই বাহিৰলৈ চাব ধৰোঁতে আকৌ এটা চুমা খাই দিলে তাই।

ছুয়ো হাঁহিলে।

—'ভাইটি!'

—'কি।'

—'বেয়া পালা?'

অজয়ে একো নেমাতিলে।

—'বেয়া নেপাবা দেই। ধেমালিহে কৰিছোঁ। আকৌ এবাৰ মাতাচোন 'বাইটি' বুলি।

—'বাইটি।'

আৰাই তাৰ মূৰটো আকৌ টানি আনিলে তাইৰ বুকুৰ মাজলৈ। বাহিৰত তেতিয়া সঁচাকৈয়ে বৰষুণ দিছিল।

বহুত কথাই তাৰ মনত পৰে। বিস্মৃতিৰ বুকুত লীন হৈ যোৱা বহুবোৰ কথাই তাৰ মনটোক জুমুৰি দি ধৰে। আৰা বাইটিলৈ তাৰ মনত পৰে। কিমান মৰম কৰিছিল তাক। তাৰ নিজৰ বায়েক নাছিল। বায়েকৰ মৰম সি অনুভৱ কৰিব পৰা নাছিল। আৰাক পাই সি বুজিছিল। বায়েকবোৰ কিমান মৰমীয়াল। অন্তৰবোৰ কিমান কোমল।

কেইদিনমান পিচতে অনিল শৰ্ম্মা আহিছিল। শৰ্ম্মা খুৰাক তাৰ বৰ ভাল লাগিছিল। মানুহজনক দেখিলে শ্ৰদ্ধা আহে। বয়স যথেষ্ট হৈছে, কিন্তু মুখৰ হাঁহিটি এতিয়াও আঁতৰা নাই। মূৰৰ পকা চুলিবোৰে খুৰাৰ মিঠা হাঁহিটোক এতিয়াও শেষ কৰি দিব পৰা নাই।

মানুহক অন্তৰ লাগে। সি যেন কথাষাৰ নতুনকৈ বুজিলে। খুৰাবো এখনি অন্তৰ আছে। খুব মৰমীয়াল অন্তৰ। সেয়েহে আবাবাইটিক তেওঁ নিজৰ কৰি লব পাৰিছে। অথচ, দুয়োৰে ভিতৰত কিমান প্ৰভেদ। খুৰা ব্ৰাহ্মণ। আবাবাইটি মুছলমান।

খুৰাই গা ধুই উঠি তুলসীৰ আগত জপ কৰে। সিহঁতৰ লগত থকা কেইদিন সদায়ে তেওঁ জপ কৰিছিল। তাৰ পিচতহে তেওঁ ভাত খাবলৈ বহিছিল। আবাবাইটিয়ে ধূনাদানীটো জ্বলাই দিছিল তুলসীৰ আগত।

সি চাই আছিল। গভীৰ শ্ৰদ্ধাত তাৰ মূৰ দোঁ খাইছিল। মিলিটেৰীৰ চাকৰি কৰিও মানুহজনে আগৰ আচাৰ ব্যৱহাৰ এৰা নাই। পূৰ্ব্ব পুৰুষসকলৰ নীতি নিয়ম মানি আছে এতিয়াও।

আবাবাইটিক তেওঁ ঘিণ কৰা নাই।

সৰু ঘটনা এটা তাৰ মনত পৰে।

তেতিয়া সি প্ৰথমমানত পঢ়ে।

এজন মুছলমান খেতিয়কে হালৰ গৰু বিচাৰি সিহঁতৰ গাৰঁলৈ গৈছিল। স্কুলৰ পৰা আহোঁতে সি বাটতে লগ পাইছিল। খেতিয়ক-জনৰ কাষেৰে সি পাৰ হৈ আহিছিল। অলপ দূৰ অহাৰ পিচত, পিচলৈ চাই সি আচৰিত হৈ গৈছিল। কেইবাজনো মানুহ তাৰ পিচে পিচে অহাৰ কাৰণ সি বুজা নাছিল।

পদূলিমুখ পোৱাৰ লগে লগে সি ৰব লগা হল। পিচে পিচে অহা মানুহবোৰে তাক আগচি ধৰিলে। ভিতৰৰ পৰা মাক ওলাই আহিল। তেওঁলোকে মাকক কলে, সি মুছলমান খেতিয়কজনৰ ছাঁ গছকা কথাটো। অজয়ে তেওঁলোকৰ মুখলৈ চালে। খেতিয়ক-জনক সি চোৱা নাছিল। তেওঁৰ কাষেৰে আহিছিল। ছাঁ গছকা কথাটো সি মন কৰা নাছিল। মাকে চৰিয়া এটাত গোবৰ পানী মিহলাই তাৰ গাত ঢালি দিলে। তাৰ পিচত গোবৰ অলপ খাবলৈও দিলে।



উস্ কি জঘন্য! গোবৰ খোৱা কথা মনত পৰিলে এতিয়াও তাৰ বমি আহিব খোজে। সিদিনা ৰাতি সি ভাত খোৱা নাছিল। কান্দি কান্দি শুই আছিল।

মাকে তাক বুজাইছিল, 'সমাজত থাকিলে, সমাজৰ নীতি নিয়ম মানিবই লাগিব।'

সমাজৰ অৰ্থ সি বুজা নাছিল। বুজিবলৈ চেষ্টাও কৰা নাছিল। সি মাত্ৰ বানানটো মাতি চাইছিল।

মানুহৰ ছাঁ চুলেও মানুহে গোবৰ খাব লাগে। গোবৰ পানীৰে গা ধুব লাগে। কিয়? খুৰাইতো গোবৰ খোৱা নাই। তেওঁ অশুচি হোৱা নাই নেকি! তেওঁতো আবাই ৰান্ধি দিয়া ভাতকে খাইছে। অসুখতো কৰা নাই।

গোবৰ জানো মানুহতকৈও বেচি পবিত্ৰ! মানুহৰ অশুচি মন জানো শুচি কৰিব পাৰে গোবৰে? নুবুজা কথাবোৰে তাৰ মনটোক চঞ্চল কৰি তুলিছিল।

তিনিদিন পিচত আবাবাইটিক লগত লৈ খুৰা কহিমালৈ গ'ল। যাবৰ দিনাখন সি কান্দিছিল। আবাই তাৰ মূৰটো বুকুৰ মাজলৈ টানি নি বুজাইছিল—'নেকান্দিবা সোণ! আকৌ আহিম নহয়।'

তাৰ পিচত তায়ো কান্দিছিল হুক্হুক্কৈ।

অতীতৰ বহু কথাই তাৰ মনত পৰে।

আবা বাইটিলৈ মনত পৰে। আবা বাইটিৰ কথা মনলৈ আহিলে

তাৰ বুকুখন বিষাই উঠে। চকু দুটাই কিবা কবলৈ বিচাৰে।

মতিকাৰ কথাও তাৰ মনত পৰে। মতিকাৰ মৰমসনা মুখখন তাৰ চকুৰ আগত ভাহি উঠে। কিমান মৰম কৰিছিল তাক! সি দুখ পাব বুলি মতিকাই তাক একোকে কৰিবলৈ দিয়া নাছিল। মনে মনে সি হাঁহিছিল।

সি অহাৰ দুদিনমান পিচত। ৰাতিপুৱা, মতিকাই মুখ ধুবলৈ ধৰোঁতে, সি ফটা কাপোৰখনেৰে গাড়ীখন মচি আছিল। দেখা পাই মতিকাই তাক বকিছিল।

মতিকাৰ কথালৈ কাণ নিদি সি আকৌ মচিছিল।

দিনৰ পিচত দিন পাৰহৈ গৈছিল।

তাৰ পিচত, এদিন সি গাড়ীখন লৈ ওলাই গৈছিল যাত্ৰী বিচাৰি। মতিকা তাৰ ওচৰলৈ আহি বুজাইছিল—"জোৰেৰে নচলাবি। কাকো বেয়া কথা নকবি। ভাবাৰ কাৰণে কাঁজিয়া নকৰিবি।"

তেতিয়াৰপৰা সি মতিকাৰ লগতে থাকিল। দিনৰ দিনটো গাড়ীত ঘূৰি ফুৰে। কত ৰকমৰ মানুহৰ লগত যে চলিব লাগে। কেতিয়াবা কাঁজিয়াও লাগিব খোজে ভাবাৰ কাৰণে। গধূলি গেৰেজ পোৱাৰ পিচত দিনটোৰ দুখ-ভাগৰবোৰ আঁতৰি যায়। ওঁঠত কিহবাৰ পৰশ লাগে। মুখখনে মৰম লগাকৈ হাঁহে। গিলাচটোলৈ দৃষ্টি যাওঁতে সি হাঁহি পেলায়—"মতিকাৰ দান।"

সিহঁত থকা ঘৰটোৰ নাম 'বৰলা ভৱন'। গেৰেজটোৰ এফালে এটা সৰু কোঠালী কৰি লৈ সন্মুখত এখন চাইনবোৰ্ড আঁৰি দিছে। সেইটোৱেই সিহঁতৰ ঘৰ। বৰষুণৰ পানী পৰি আখৰবোৰ চিনিব নোৱাৰা হৈ গৈছিল। অজয়ে আকৌ পুৰণি আখৰবোৰত নতুন ৰহণ সানি ধুনীয়া কৰি তুলিলে। মতিকাৰ মনতে নাছিল।

এদিনৰ কথা। গধূলি সি ঘৰলৈ উভতি আহিছিল। বৰষুণজাক টানকৈ আহিছিল। দূৰৰ আকাশখনে ভয় লগাকৈ চিঞৰিছিল।



বৰষুণৰ মাজেৰে সি গাড়ীখন জোৰকৈ চলাই দিছিল। সন্মুখৰ আইনাখন বাৰে বাৰে মচি লৈছিল।

এনেতে সি দেখিলে, এজন বুঢ়া মানুহ গৈ আছে। জাৰত তেওঁ কঁপিছে। গাড়ী ৰাখি বুঢ়াক সি মাতিলে। বুঢ়া তাৰ ওচৰলৈ আহিল।

বৰষুণত বুঢ়া ভালকৈয়ে তিতিছে। দুৱাৰখন মেলি দি সি সুধিলে—"আপুনি কলৈ যাব?"

—"বেছি দূৰ নাই। মাত্ৰ পাঁচ মাইলমান আছে।" মুখখন মচি মচি বুঢ়াই কলে।

—'মই থৈ আহিম বলক।' বুঢ়াৰ মুখলৈ চাই সি সুধিলে।

—"নেলাগে দে এইখিনি বাট খোজ কাঢ়িও যাব পাৰিম।"

তাৰ পিচত বুঢ়াক সি গাড়ীত তুলি লৈছিল।

বৰষুণ তেতিয়াও এৰা নাছিল। ৰাতি বেচি হৈ আহিছিল।

বুঢ়াৰ ঘৰ পোৱাৰ পিচত, বুঢ়াৰ লগত সিও গাড়ীৰ পৰা নামিছিল। বুঢ়াই তাক এৰি দিয়া নাছিল।

বুঢ়াৰ লগে লগে সিও ঘৰৰ ভিতৰলৈ সোমাই গৈছিল। এটা সৰু ল'ৰা দৌৰি আহি বুঢ়াক সাবট মাৰি ধৰিছিল। বুঢ়াই তাক মৰম কৰিছিল। তাৰ পিচত বিস্কুটৰ টোপোলা এটা দিছিল। ওচৰতে থিয় হৈ এজনী তিৰোতাই সিহঁতৰ পিনে চাই আছিল।

মজিয়াতে জুইকুৰা ধৰি বুঢ়া বহিছিল। সিও কাষতে বহিছিল। তিৰোতাজনীয়ে হোকাটো বুঢ়াৰ পিনে আগ বঢ়াইছিল। ল'ৰাটোক কোলাত লৈ বুঢ়াই ধঁপাত হুপিছিল। তিৰোতাজনী ৰান্ধনি ঘৰলৈ গৈছিল। লৰাটোৱে অজয়ৰ মুখৰ পিনে চাই আছিল। বুঢ়াই কৈছিল—'মামা! মামা বুলি মাত, বিপুল।"

—"মামা।" বিপুলে মাতিছিল।

বিপুলক অজয়ে কোলালৈ আনিছিল।

তাৰ পিচত দুয়ো মেল পাতিছিল।

খোৱা বোৱা হোৱাৰ পিচত, অজয় আৰু বুঢ়া আকৌ জুইৰ কাষত বহিছিল।

—"তই প্ৰফেচাৰ নহলি কিয় ?" কথাৰ মাজতে বুঢ়াই সুধিছিল।

অজয়ে হাঁহিছিল।

—"তই বেয়া নেপাবি। এনেয়ে সুধিলোঁ। সোণপাহীৰ বৰ ইচ্ছা আছিল…।"

—"কিহৰ ইচ্ছা আছিল ?" সি বুঢ়াক সুধিছিল।

বুঢ়াই তলমূৰ কৰিছিল। জুইকুৰা জ্বলি আছিল। জুইৰ মৃদু পোহৰত সি দেখিছিল, বুঢ়াৰ চকুত পানী। সিও তলমূৰ কৰিছিল।

বুঢ়াই তাক বহুতো কথা কৈছিল। সোণপাহীৰ কথাও কৈছিল।

সেইবোৰ কথাই আজি তাৰ মনত পৰিছে বাৰে বাৰে। মনলৈ বেজাৰ আহিছে। চকুহুটা পানীৰে তিতি গৈছে। বুকুৰ কোনোবা এটা কোণ বিষাই উঠিছে।

বুঢ়াক সি সুধিছিল। বুঢ়াই কৈ গৈছিল। বুঢ়াৰ ক্ষীণ মুখখন পানীৰে তিতি গৈছিল।

ইমান দুখনে মানুহৰ! মনেশ্বৰ বুঢ়াই কেনেকৈ সহ্য কৰিলে ইমানবোৰ দুখ।

সি ভাবে। কান্দে। ভাবি ভাবি কান্দে।

সোণপাহীক সি দেখা নাই। বুঢ়াৰ মুখত শুনিছে। তথাপি তাৰ এনে লাগিছে যেন সোণপাহী নিজেই আহি তাৰ কাষত বহিছে। তাক মৰম কৰিছে। চুমা খাইছে।

মনেশ্বৰ আৰু সোণপাহীৰ সুখৰ সংসাৰখন চুৰমাৰ হৈ গ'ল। সিহঁতৰ মনৰ কথা মনতে থাকিল।

বিশ বছৰৰ আগৰ কথাবোৰ বুঢ়াই কৈ গৈছিল।

ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে, ঘাটৰ পৰা এমাইল দূৰত তাৰ ঘৰ। ৰাতিপুৱা বঠাপাত হাতত লৈ সি ওলাই যায়। গধূলি ঘৰলৈ ওভতে। জুইৰ কাষত দুয়ো বহে। সি আৰু সোণপাহী।



জুইৰ ৰঙা পোহৰত সোণপাহীৰ মুখখন ৰঙা পৰি উঠে। একেবাহে সি তাইৰ মুখখনলৈ চাই থাকে। সোণপাহীৰ লাজ লাগে। তাই তলমূৰ কৰে। হঠাতে, দুহাতেৰে সি তাইক বুকুৰ মাজলৈ চপাই আনে। তাৰ বহল বুকুখনত মূৰ থৈ তাই হাঁহে। সিও হাঁহে।

ৰাতি পুৱাই আহে। তাৰ মৰমৰ ঘৰটোৱে তাক হাতবাউল দি মাতে। সোণপাহীক বুকুৰ মাজৰ পৰা এৰুৱাই, বঠাপাত হাতত লৈ সি ওলাই আহে।

ৰঙা বেলিটোৰ ৰঙা বহণ পৰি ঘাটৰ পানীখিনি ৰঙাচঙা পৰে।

নাওখনত বহি ব্ৰহ্মপুত্ৰৰ বহল বুকুখনলৈ চাই সি কিবা ভাবে। তাৰ পিচত চিঞৰে—

—'সিপাৰলৈ কোন যাব ? আহক। এই, নাও এৰি দিলোঁ।"

অলপ পিচতে মনেশ্বৰৰ নাও যাত্ৰীৰে ভৰি পৰে।

বাৰিষা তাৰ অলপ কষ্ট হয়। নাওত উঠিবলৈ মানুহে ভয় কৰে। সি বুজাবলৈ চেষ্টা কৰে। কেতিয়াবা দুই এজন আহে। কেতিয়াবা কোনো নাহে।

তথাপি তাৰ কোনো দুখ নাই।

সিদিনাখন দিনটো তাৰ এনেয়ে গ'ল। ৰাতিপুৱা এবাৰ মাত্ৰ সিপাৰলৈ গৈছিল। আঠ অনা পাইছিল। গধূলি সেইখিনিৰে মিঠাই লৈ সি ঘৰলৈ উভটি আহিল।

জুইৰ কাষত বহি মনেশ্বৰে টোপোলাটো খুলিলে। সোণ-পাহীয়ে পানীৰ টেকেলিটো জুইত বহাই দিলে।

—"কেঠাখন চিলাই কৰা হল নে নাই ?" সি সুধিলে।

—"হল। আৰু কেইখনমান কৰিব পাৰিলে ভাল আছিল।"

—"হব। মই যোগাৰ কৰি দিম। কেইদিনমান পিচত হলেও নহব জানো ?"

সোণপাহীয়ে হাঁহিলে।

সোণপাহীৰ অসুখ বেচি হৈ আহিছে। মনেশ্বৰৰ চিন্তা। ঘৰত তাইক অকলে এৰি যাবলৈ তাৰ বেয়া লাগে। নগলেও নহয়।

নাওত বহি বহি সি ভাবে। ব্ৰহ্মপুত্ৰৰ বহল বুকুখন তাৰ চকুৰ আগত নাচে। মনেশ্বৰ দেউতাক হব। কি হব বাৰু? লৰা নে ছোৱালী? ছোৱালী তাৰ ভাল লাগে। পিচে, সোণপাহীৰ লৰাহে ভাল লাগে। তাই হেনো তাক ডাঙৰ মানুহ কৰিব। প্ৰফেচাৰ কৰিব। সি হাঁহে। নাৱৰীয়াৰ লৰা ডাঙৰ মানুহ হব জানো! কিয় নহব! নিশ্চয় হব।

নাওখনৰ মূৰটোৱে পাৰত খুন্দিয়ায়। দুই এজন যাত্ৰী ঘাটলৈ আহে। তাৰ মনলৈ আশা আহে। ফেৰী অহা নেদেখি যাত্ৰী কেইজন আকৌ আঁতৰি যায়। সি তলমূৰ কৰে।

তথাপি তাৰ বেয়া নালাগে। বাৰিষা নাওত পাৰ হবলৈ কোনে ভয় নকৰে! সি বেয়া পালে কি হব!

গধূলি সি ঘৰলৈ ওভতে। সোণপাহীৰ কেকনিত সি চমকি উঠে। ডাক্তৰ অনাৰ কথা সি ভাবে। কিন্তু নোৱাৰে।

দিনৰ পিচত দিন আঁতৰি যায়। সোণপাহীৰ অসুখ বাঢ়ি আহে।

এদিনৰ কথা।

ৰাতিপুৱাই সি ওলাই গৈছিল ঘাটলৈ।

বতৰ বেয়া আছিল। আকাশখন ক'লা মেঘেৰে ঢাক খাই আছিল।

বঠাপাত হাতত লৈ সি চিঞৰিবলৈ ধৰিলে—"সিপাৰলৈ কোন যাব? আহক। এই নাও এৰি দিলোঁ।"

আবেলি, সি তিনিজন যাত্ৰী পালে। যাত্ৰীসকলক লৈ সি নাও মেলি দিলে। বতৰ ক্ৰমে বেয়া হৈ আহিছে। ডাঙৰ ঢৌবোৰ দেখি তাৰ ভয় লাগে। খুব কষ্টেৰে সি সিপাৰ পালেগৈ।

ইপাৰলৈ আহিব বুলি নাও মেলিব ধৰোঁতে এজন যাত্ৰী



দৌৰি আহিল। সি তেওঁক তুলি ললে। যাত্ৰীজনৰ হাতত চুটকেচ্ এটা আছিল।

ব্ৰহ্মপুত্ৰৰ বুকুত নাওখন সি এৰি দিলে।

তেতিয়া এন্ধাৰ হৈ আহিছিল। ব্ৰহ্মপুত্ৰৰ বুকুখনো এন্ধাৰ।

—"আপুনি কলৈ যাব?" গৈ থকাৰ মাজতে সি সুধিলে।

—"হৰি শৰ্ম্মাৰ ঘৰলৈ।" মানুহজনে কলে।

সি মানুহজনৰ মুখলৈ চালে।

—"তুমি তেওঁলোকক চিনি পোৱা নেকি?"

—"ইচ্ৰাম! আপোনাৰো কথা যে আৰু! হৰি খুৰাক চিনি নেপাম নে মই। আইকণ চোন মোৰ কোলাতে ডাঙৰ হোৱা ছোৱালী।"

মানুহজনে তলমূৰ কৰিলে।

হৰিশৰ্ম্মাক সি চিনি পায়। তেওঁলোকৰ ঘৰলৈ মনেশ্বৰৰ ঘৰৰ পৰা বেচি দূৰ নহয়। তেওঁৰ ডাঙৰ ছোৱালী আইকণ। যোৱা ফাগুনত তাইৰ বিয়া হল। আজি তাইৰ তোলনী বিয়া।

নাও আগবাঢ়িবলৈ ধৰিলে।

মেঘবোৰে গৰ্জ্জিছে। ঢৌবোৰে ভয়লগাকৈ চিঞৰিছে।

—"আপোনাৰ পলম হলচোন আহোঁতে। ৰাতিপুৱা খুৰা ঘাটলৈ আহিছিল। তেখেতেই কৈছিল, আপুনি আহিব বুলি।"

—"ওঁ। অফিচ চুটিৰ পিচত আহিলোঁ। সেয়েহে পলম হল।"

আৰু খুব বেচি আধা ঘণ্টা। তাৰ পিচত সি সিপাৰ পাবগৈ। ডাক্তৰ এজন নিবই লাগিব আজি। সোণপাহীয়ে বৰ কষ্ট পাইছে। প্ৰথম সন্তানতো!

হঠাতে তাৰ মনটো ভাল লাগি যায়। কিয় জানো!

হয়তো এনেয়ে।

নাও ব্ৰহ্মপুত্ৰৰ মাজ পালে। অলপ দূৰেৰে মালবাহী জাহাজ এখন যাবলৈ ধৰিছে। জাহাজৰ পোহৰ পানীত পৰিছে।

এনেতে বৰষুণ পৰিবলৈ ধৰিলে। লগে লগে বতাহো আহিল।

বতাহ আৰু বৰষুণ।

খুব কষ্টেৰে সি নাওখন আগুৱাই নিবলৈ ধৰিলে।

নাও টলবলাইছে। মাজে মাজে পানীও সোমাইছে।

—"চিন্তা নকৰিব।" মানুহজনক সান্ত্বনা দি সি দুহাতেৰে বঠাপাত টানকৈ খামোচ মাৰি ধৰিলে।

এইবাৰ বতাহ জোৰকৈ আহিছে। নাওৰ গতি সি ঠিককৈ ৰাখিব পৰা নাই। মানুহজনে কান্দিছে। উচুপি উচুপি কান্দিছে। মানুহজনক কন্দা দেখি সিও কান্দিছে।

হঠাতে এটা ঢৌৱে নাওখন বুৰাই দিলে।

বহল পানীৰ মাজত পৰি সি ককবকাবলৈ ধৰিলে।

এনেতে তাৰ হাতত কিবা এটা লগাত, খেপিয়াই চাই সি চুটকেচটো পালে। মানুহজনক সি বিচাৰিবলৈ ধৰিলে।

ৰাতি তেতিয়া ভালেখিনি হৈছিল। ঘাটৰ দোকানবোৰ শুই পৰিছিল। সি পাৰলৈ উঠি আহিল। লগত চুটকেচটো। ব্ৰহ্মপুত্ৰৰ পাৰত বহি সি বহুতপৰ কান্দিলে। তাৰ পিচত লাহে লাহে হৰিশৰ্ম্মাৰ ঘৰলৈ আগবাঢ়ি গ'ল।

পদূলিমুখত ৰৈ সি ভিতৰলৈ চালে। হৰিশৰ্ম্মাৰ চোতালখন মানুহেৰে ভৰি পৰিছে। পুৰোহিত পূজাত বহিছে। তেওঁৰ সম্মুখত জ্বলি আছে হোমৰ জুইকুৰা। সি লাহে লাহে ভিতৰলৈ সোমাই গ'ল। পিচ চোতালত আইকণ বহি আছিল। তাইৰ কাষত আৰু কেইবাজনীও ছোৱালী। তাইক সজোৱাত সিহঁত ব্যস্ত।

সি তাইৰ ওচৰ পালেগৈ। আইকণৰ কপালৰ ৰঙা ফোঁটটো জিলিকি উঠিছে। মুখখন হাঁহিৰে ভৰি পৰিছে।

তাইৰ মনত কিমান আশা। আজি তাই স্বামীৰ ঘৰলৈ যাব। তাইৰ মনৰ মানুহজনে তাইক লৈ যাব। মৰম কৰিব। অভিমান ভাঙিব।



চুটকেচটো আইকণৰ কাষত থৈ সি তাইৰ পিনে চাই' থাকিল। আইকণেও তাৰ মুখলৈ চালে। তাৰ চকুদুটাৰে তেতিয়াও চকুলো বৈ আছিল। একোকে নুবুজি তাই সুধিলে—"চুটকেচ্‌টো কোনে দিলে ?"

তাৰ সোঁহাতখন তাইৰ কপালৰ পিনে আগবাঢ়ি গ'ল। তাৰ পিচত সি ওলাই আহিল।

চোতাললৈ ওলাই আহি, সি হাতখন চালে। ৰঙা পৰি আছে। তাৰ অসহ্য লাগিল। হাতখন মুখত সুমুৱাই দি, সি জোৰেৰে কামুৰি ধৰিলে।

ভিতৰত সকলোৱে কান্দিব ধৰিছে। আইকণে কান্দিছে। মাকে কান্দিছে। পদূলিমুখত ৰৈ সি তেওঁলোকৰ কান্দোন শুনিছে।

দুখ লাগিল তাৰ।

সি ঘৰলৈ খোজ ললে।

বন্ধ দুৱাৰখনৰ কাষত ৰৈ সি সোণপাহীক মাতিলে। সোণপাহীৰ মাত নেপাই, সি দুৱাৰখনত হেঁচা দিলে। দুৱাৰখন মেল খোৱাত মনেশ্বৰ ভিতৰ সোমাল।

কোঠাটো এন্ধাৰ হৈ আছিল। কোনোমতে দিয়াচলাইটো বিচাৰি উলিয়াই সি চাকিটো জ্বলালে। চাকিৰ পোহৰত সোণপাহীক সি মজিয়াত বহি থকা দেখিবলৈ পালে। ভৰি দুখন দীঘলকৈ মেলি তাই বহি আছে। মূৰটো ওলমি গৈ দুই আঠুত লাগিছে। চুলিবোৰ সম্মুখৰ পিনে হালি পৰিছে।

সি তাইক গাত ধৰি মাতিলে। সোণপাহী বাগৰি পৰিল।

সোণপাহীক চিতাত তুলি দি সি ঘাটলৈ আহিল।

ব্ৰহ্মপুত্ৰ এতিয়া শান্ত। দূৰৰ আকাশখনলৈ চাই সি কিবা ভাবিলে। তাৰ পিচত সি তাৰ নাওবন্ধা ঠাইখিনিলৈ গ'ল। তাৰ নাওখন নাই। বঠাপাতো নাই। সকলো শেষ। যাওক। সকলো শেষ হৈ যাওক।

তাৰ পিচৰ পৰা সি ইয়াতে আছে। মাজে সময়ে চহৰলৈ যায়। দুই এবিধ বস্তু কিনি আনে। গাৱঁত সেইবোৰ বেচে। এজন মানুহ। চলি যায়।

মায়া নাই। মমতা নাই। ভবিষ্যতৰ চিন্তা নাই।

সোতৰটা বছৰ পাৰ হৈ যায় এইদৰে।

গাৱঁৰ মানুহে তাক ভাল পায়। সিও তেওঁলোকক নিজৰ বুলি ভাবে।

এবাৰ সি গুৱাহাটীলৈ গৈছিল।

গাৱঁৰে লৰা এজনে গুৱাহাটীত চাকৰি কৰে। গাৱঁত তাৰ মাক থাকে। মাজে সময়ে ঘৰলৈ আহে। সেইবাৰ তাৰ অসুখ হ'ল। মাক চিন্তাত পৰিল। বুঢ়ী মানুহ। নিজে যাব নোৱাৰে।

অৱশেষত মনেশ্বৰ গ'ল।

গুৱাহাটীত পোন্ধৰ দিন থাকি সি উভতি আহিছিল।

ট্ৰেইনখন জোৰেৰে আগবাঢ়িছিল।

খিৰিকিৰে সি বাহিৰলৈ চাই আছিল।

এনেতে তাৰ চকুত পৰিল, তাৰ কাষৰ বেঞ্চিখনত বহি থকা তিৰোতাজনীয়ে কান্দিছে। তিৰোতাজনীৰ কাষত আন কেইজনমান মানুহ। তেওঁলোকে কথা পাতিছে।

তিৰোতাজনীলৈ তাৰ বেয়া লাগিল। তেওঁৰ কাষতে বহা মানুহজনক সি সুধিলে। মানুহজন উঠি আহি, মনেশ্বৰৰ কাষত বহি মনে মনে কবলৈ ধৰিলে।

তিৰোতাজনী বিধবা। দুবছৰ আগতে গিৰিয়েক মৰিল। ঘৰত তাই অকলে। কেইদিন মানৰ আগৰ কথা। গাৱঁৰ মানুহে জানিব পাৰিলে, তাই অন্তঃসত্বা। সেয়েহে তাইক অনাথ আশ্ৰমত থবলৈ আনিছিল।

—"পিচে, নথলে কিয় ?"

—"অনাথ আশ্ৰমত থলে কি হ'ব ? আমাৰ খৰচখিনি পাম জানেঁ। ?"



—"কিহৰ খৰচ ?" সি আচৰিত হৈ গৈছিল।

—"হেঃ হেঃ।" মানুহজনে হাঁহিছিল। "চাৰিজন মানুহৰ খৰচ জানো কম ?"

মনেশ্বৰে টকা উলিয়াইছিল। তাৰ লগত টকা বেছি নাছিল। মাত্ৰ ত্ৰিশ টকামানহে সি দিব পাৰিছিল। মানুহজনৰ মুখখন ক'লা পৰিছিল। টকাখিনি লৈ তেওঁ কৈছিল—'বহুত কম হল। আমি এশমান পাম বুলি ভাবিছিলো।'

তাৰ পিচত, তেওঁলোক নামি গৈছিল।

মনেশ্বৰে তিৰোতাজনীক লৈ ঘৰলৈ আহিল।

তাৰ সৰু ঘৰখন আনন্দত জপিয়াই উঠিল।

দিনৰ পিচত দিন পাৰ হৈ গ'ল।

তিৰোতাজনীৰ কোলালৈ বিপুল আহিল। মনেশ্বৰে হেৰোৱা সুৰটো যেন আকৌ বিচাৰি পালে। জীয়েক নাতিয়েকৰ মাজত থাকি সি সকলো দুখ পাহৰি গ'ল।

তথাপি, কেতিয়াবা তাৰ মনত পৰে সোণপাহীলৈ। সৰু কেঁঠাকেইখন ব্ৰহ্মপুত্ৰৰ বুকুত ভাহি যাওঁতে সি কান্দিছিল। তাতেই যেন আছিল সিহঁতৰ সকলো সপোন।

তাৰ পিচত অজয় শুই পৰিছিল।

ৰাতিপুৱা, যাবলৈ ওলাই বিপুলক সি গাড়ীত বহি থকা দেখিছিল। তাক অলপ দূৰলৈ লৈ গৈ আকৌ ঘৰত থৈ গৈছিল। যাবৰ সময়ত বিপুলৰ মাকে তাক কৈছিল—"আকৌ আহিবা। মোক চাবলৈ নাহিলেও তোমাৰ ভাগিনক চাবলৈ আহিবা।" বিপুলৰ মাকৰ চকুদুটা সেমেকি উঠিছিল।

তাৰ পিচত, সি বহুবাৰ মনেশ্বৰ বুঢ়াৰ ঘৰলৈ গৈছে। বিপুলৰ লগত ফুৰিছে। বায়েকক বুজনি দিছে।

বিপুলক তাৰ ভাল লাগে। খুব ভাল লাগে। সদায় সি

পদূলি মুখত ৰৈ থাকে। অজয়ক দেখা পালেই তাৰ গাত জপিয়াই উঠে। চাৰিবছৰীয়া বিপুলক কোলাত লৈ সি চুমা খায়। মৰম কৰে। তাৰ পিচত গাড়ীত তুলি লৈ ফুৰিবলৈ যায়।

বিপুলৰ মাকৰ দুখ দেখি তাৰ দুখ লাগে। কিমান দুখ তাইৰ! তাই বিধবা হব বুলি সকলোৱে জানিছিল।

বিয়া হৈছিল তাইৰ ষাঠিবছৰীয়া বুঢ়া এজনৰ লগত।

দুখীয়া মাক দেউতাকৰ আন উপায় নাছিল।

গাৱঁৰ মানুহক সন্তুষ্ট কৰিবলৈ, বুঢ়া এজনৰ হাতত তেওঁলোকৰ আদৰৰ জীয়েকক গটাইছিল। কাঞ্চনৰ দুখ লাগিছিল। তেৰ বছৰীয়া কাঞ্চনে কান্দিছিল।

কান্দি কান্দি তাই গিৰিয়েকৰ লগত গৈছিল।

ৰাতি বুঢ়াই কাহিছিল। কাহোতে তেজ ওলাইছিল। তাই তেওঁৰ মুখখন মচি দিছিল। কাপোৰখন ৰঙা পৰিছিল।

গাৱঁৰ দুই এজন মানুহ আহিছিল। তেওঁলোক বেমাৰীৰ কাষত বহি আছিল। ইবিধ সিবিধ বস্তু দিছিল।

তেওঁলোকে তাইৰ পিনে বেয়াকৈ চাইছিল। তাই একোকে বুজি পোৱা নাছিল। তাইৰ ককায়েক নাছিল। ককায়েকৰ মৰমৰ সোৱাদ তাই পোৱা নাছিল।

মানুহ কেইজনৰ মৰমক তাই বিশ্বাস কৰিছিল।

এইদৰে, দিনবোৰ গৈ আছিল।

গিৰিয়েকৰ অসুখ ভাল হোৱা নাছিল।

তাৰ পিচত, এদিন তেওঁক শ্মশানলৈ লৈ গৈছিল। তাই কান্দিছিল।

ৰাতি, সদায় অহা মানুহকেইজন আহিছিল। তেওঁলোকে তাইক বুজাইছিল। তেওঁলোকৰ এজনে গাখীৰৰ গিলাচ এটা তাইৰ পিনে আগবঢ়াইছিল। তাই খোৱা নাছিল। তেওঁলোকে বুজাইছিল। শেষত তাই খাই পেলাইছিল।



ৰাতিপুৱা শুই উঠোতে ভালেখিনি পলম হৈছিল। দুৱাৰখন মেল খাই আছিল। ৰাতিপুৱাৰ মিঠা ৰ'দবোৰে তাইৰ উদং বুকুখনত উঠি লুকাভাকু খেলিছিল। চকুদুটা মোহাৰি মোহাৰি তাই উঠি বহিছিল। তাৰ পিচত তাই কান্দিছিল। তাইৰ গা'ৰ কাপোৰবোৰ দূৰত পৰি আছিল। থিয় হবলৈ খুজি তাই পৰি গৈছিল। কঁকালখন বৰকৈ বিষাইছিল। ভাগৰত তাইৰ চকুদুটা মুদ খাই আহিছিল।

অলপ পিচত মানুহকেইজন আহিছিল। সিহঁতে তাইক গাত ধৰি মাতিছিল। হাতদুখনেৰে তাই বুকুখন লুকুৱাবলৈ চেষ্টা কৰিছিল।

তেওঁলোকে তাইক বহুতো কিবা কিবি কৈছিল। মানুহৰ আগত কৈ দিব বুলি ভয়ও দেখুৱাইছিল। তাৰ পিচত হাঁহি হাঁহি তেওঁলোক গুচি গৈছিল।

গিলাচটো তাইৰ চকুত পৰিছিল। হাত এখনেৰে তাই গিলাচটো আনিছিল। গিলাচটোৰ তলত কিহবাৰ গুৰিবোৰ দেখি তাই কান্দিছিল।

গাখীৰখিনি খোৱাৰ পিচতে, তাই কিয় শুই পৰিছিল, তেতিয়াহে তাই বুজি পাইছিল। ৰাতি তাই সাৰ পোৱা নাছিল।

মানুহকেইজনলৈ তাইৰ খং উঠিছিল।

কিন্তু পিচমুহূৰ্ত্ততে তাইৰ মনৰ পৰা খঙৰ ভাব আঁতৰি গৈছিল।

খঙ কৰি কি কৰিব তাই!

হে যোৱাবোৰ নোহোৱা কৰিব পাৰিব জানো।

তেওঁলোকৰ জালৰ পৰা ওলাব পাৰিব জানো।

কাঞ্চনৰ কথাবোৰ শুনি অজয়ৰ চকুপানী ওলাইছিল। হায়ৰে সমাজ! কান্দি কান্দি সি জোৰকৈ হাঁহি দিছিল।

কাঞ্চনৰ দোষ কি? এজনী সৰু ছোৱালী। কিমানৰ লগত যুঁজিব তাই!

গাড়ীৰ গতি ক্ৰমে বাঢ়ি গৈছিল।

মনেশ্বৰ বুঢ়াৰ ঘৰলৈ কেইদিনমান সি যাব পৰা নাছিল। খুব ব্যস্ত আছিল সেইকেইদিন। এদিন আবেলি, বিস্কুটৰ টোপোলা এটা লৈ সি মনেশ্বৰ বুঢ়াৰ ঘৰলৈ গৈছিল।

বুঢ়া চোতালত বহি আছিল।

সি গৈ বুঢ়াৰ ওচৰত থিয় হল। তাক দেখি বুঢ়াই তলমূৰ কৰিলে। ভিতৰলৈ সোমাই গৈ সি বিপুলক মাতিলে।

মজিয়াত কাঞ্চন বহি আছিল। সি সুধিলে—"বিপুল ক'ত বাইদেউ?"

কাঞ্চনে হাঁহিবলৈ ধৰিলে।

একোকে নুবুজি সি বায়েকৰ মুখৰ পিনে চাই থাকিল।

কাঞ্চনে হাঁহিছে।

এনেতে মনেশ্বৰ বুঢ়া সোমাই আহি তাক বাহিৰলৈ মাতি লৈ গ'ল।

—"বাইদেৱে কিয় ইমানকৈ হাঁহিছে?" সি বুঢ়াক সুধিলে।

—"আজি তিনিদিনৰ পৰা তাই হাঁহি আছে। বিপুলক শ্মশানত শুৱাই থৈ আহি তাই কন্দা নাই। কেৱল হাঁহিছে।"

বিস্কুটৰ টোপোলাটো হাতৰ পৰা স'ৰি পৰিল। ওচৰতে বৈ থকা কুকুৰ এটাই মুখেৰে কামুৰি লৈ তাৰ পৰা আঁতৰি গ'ল।

বুঢ়াৰ তিতি থকা চকুদুটা মচি দি সি সুধিলে—"কি হৈছিল তাৰ?"

—"জ্বৰ। মাত্ৰ দুদিন পৰি আছিল। তোৰ সদায় বিচাৰ লৈছিল। তোৰ কাৰণে পদূলিমুখত বৈ আছিল। কাৰোবাৰ গাড়ী এখন অহা দেখিলে, মামা আহিছে বুলি চিঞৰিছিল। সিদিনাখন ৰাতিপুৱালৈকে সি তোক মাতি আছিল।"

হাত দুখনেৰে বুঢ়াই মুখখন ঢাকি ধৰিলে।



এনেতে কাঞ্চন আহিল। তাইৰ কোলাত এডাল খৰি। দুয়োখন হাতেৰে খৰিডালক সাবট মাৰি ধৰি তাই কবলৈ ধৰিলে—"সৌ, মামা আহিছে। উঠ। চাচোন, মামা ৰৈ আছে। গাড়ীত উঠিব খুজিছিলি নহয়, তই! শুই আছ কিয়! মোক খং কৰিছ···।"

সি ওলাই আহিল।

অজয় শ্মশান পালেগৈ। শ্মশানখনত তেতিয়া ৰাতিৰ ভয়লগা এন্ধাৰ। এখোজ দুখোজকৈ সি আগবাঢ়ি গ'ল।

কিবা এটা ভৰিত লগাত সি বুটলি ললে। এন্ধাৰত সি একোকে দেখা নাছিল। সি গাড়ীখনলৈ ঘূৰি গৈ টৰ্চটো আনি দেখিলে, সেইটো মানুহৰ লাউখোলা। ধীৰে ধীৰে সি লাউখোলাটো মাটিত শুৱাই থলে।

সি আকৌ আগবাঢ়ি গ'ল। টৰ্চৰ পোহৰত সি বহুবোৰ লাউখোলা দেখিবলৈ পালে। ক'লা এন্ধাৰবোৰৰ মাজত বগা লাউখোলাবোৰ শুই আছে।

সি হাঁহিলে। এয়াই হয়তো জীৱনৰ শেষ পৰিণতি।

তথাপি মানুহে অহঙ্কাৰ কৰে। নিজকে ডাঙৰ মানুহ সাজে।

ইঞ্জিনীয়াৰ হয়। ডাক্তৰ হয়। প্ৰফেচাৰ হয়।

লাউখোলাবোৰ এটা এটাকৈ সি হাতত তুলি ললে।

ইয়াৰ ভিতৰত কোনজন ইঞ্জিনীয়াৰ, কোনজন ডাক্তৰ, কোনে চিনি পাব?

কোনজনী ৰূপহী, কোনজনী কুৰূপা, কোনে চিনি পাব?

যদি কোনোবা জাৰজৰ লাউখোলা থাকে ইয়াত, কোনোবাই চিনি পাব জানো?

সি আকৌ আগবাঢ়ি গ'ল। নীৰব শ্মশানখনত সি ঘূৰি ফুৰিব ধৰিলে।

এনেতে সি শুনিলে, কেইটামান শিয়ালে চিঞৰিব ধৰিছে। সি সিহঁতৰ কাষ পালেগৈ। শিয়ালকেইটা পলাল।

গাঁতটোৰ ওচৰতে সৰু লৰাৰ মৰাশ এটা পৰি আছিল। শিয়ালকেইটাই গাঁতটো খন্দা বুলি সি বুজিলে।

সি গাড়ীৰ পৰা হেণ্ডেলডাল আনি গাঁতটো আকৌ খান্দিবলৈ ধৰিলে। তাৰ পিচত বিপুলৰ মুখখন ভালকৈ চালে।

মুখখনত তাৰ কিহবাৰ দাগ। মৰমলগাকৈ তাৰ মূৰটো পিহি দিলে।

তাৰ পিচত আকৌ গাঁতটোত তাক শুৱাই থৈ মাটিবোৰ জাপি দিলে।

দুখ লাগে তাৰ সেইবোৰ ভাবিলে। বিপুলৰ কথা মনলৈ আহিলে তাৰ বুকুখন বিষাই উঠে। ভালেই হ'ল, সি মৰিল। পৃথিবীৰ দুখ কষ্ট সি নেপালে। মানুহৰ ঘৃণা নেপালে।

অজয়ে নিজকে বুজাবলৈ চেষ্টা কৰে।

মতিকালৈ তাৰ দুখ লাগে। ওখকৈ লোৰ দৰে ক'লা মানুহজনৰ অনুজ্জ্বল মুখখন দেখি তাৰ প্ৰতি অজয়ৰ মৰম জাগে। তেওঁনো বাৰু কিয় চিৰকুমাৰ হৈ ৰ'ল।

অজয়ে এদিন মতিকাক সুধিলে, তাৰ গোপন ৰহস্যৰ কথা। মতিকাই হাঁহিলে। লোৰ মানুহজনে এইবাৰ হাঁহিলে। তাৰ পিচত কবলৈ ধৰিলে—

—"যোৰহাটৰ নাম শুনিছ নহয় ?"

—"ওঁ।" অজয়ে মূৰ দুপিয়ালে।

—"সেইখন চহৰতে মোৰ জন্ম হৈছিল আজি পঞ্চাশ বছৰ আগতে।"

—"পঞ্চাশ বছৰ!" অজয় আচৰিত হৈ যায়।

—"ওঁ। এতিয়া মোৰ পঞ্চাশ বছৰ বয়স। এই পৃথিবীলৈ আহিবৰ পঞ্চাশ বছৰ হল। তই চাগে আচৰিত হৈ গৈছ। ভাবিছ, পঞ্চাশ বছৰত ভৰি দিয়া মানুহজন আৰু কিমান দিন



বাচিব। ঠিক কথা। ময়ো ভাবিছিলোঁ, ইমানবোৰ বছৰ কেনেকৈ বাচি থাকিলোঁ। সোনকালে যাবৰ ইচ্ছা হৈছিল ইয়াৰ পৰা। কিন্তু তোক লগ পাই, সেইভাব মোৰ আঁতৰি গৈছে। আজি ভগৱানক খাটিছোঁ, মই যেন বহুত দিন জীয়াই থাকোঁ। মই গলে তোক চাব কোনে ? অন্ততঃ তই বুজা নোহোৱালৈকে মই তোৰ লগত থাকিব লাগিব। সংসাৰখন বৰ জটিল অজয়। ইয়াৰ মহিমা পোৱা টান।

মহাভাৰতত পঢ়িছিলোঁ চক্ৰব্যূহৰ অদ্ভুত মেৰপাকৰ কথা। তেতিয়া আচৰিত হৈ গৈছিলোঁ। অভিমন্যুলৈ বেজাৰ লাগিছিল। বেচাৰাই চক্ৰব্যূহৰ পৰা ওলোৱা বাটৰ সন্ধান পোৱাহেঁতেন!

এতিয়া সেইবোৰ দুখ নাই। আজি চক্ৰব্যূহক বুজি পাইছোঁ। ই সংসাৰখনৰে এটি সৰু নমুনা মাত্ৰ। আমি সকলোৱে অভিমন্যু। পৃথিবীলৈ আহিছোঁ। কেনেকৈ আহিছোঁ, কব পৰা নাই। কোনে আনিলে তাকো কব নোৱাৰোঁ। ইমান দিনে ঘূৰি ফুৰিছোঁ ওলাবৰ বাট বিচাৰি। কিন্তু বাট কেনি ? সকলোফালে যে অন্ধকাৰ।"

সেইবোৰ কথাই আজি তাৰ মনত পৰিছে বাৰে বাৰে। মনলৈ দুখ আহিছে। পাহৰিবলৈ চেষ্টা কৰিছে। কিন্তু বাৰে বাৰে মনলৈ আহিছে মতিকাৰ কথাবোৰ।

ইমান দুখ মানুহৰ! ইমান কষ্ট।

তথাপি মানুহ জীয়াই থাকে। জীয়াই থাকিবলৈ ইচ্ছা কৰে।

"আমি সকলোৱে অভিমন্যু।"

সঁচা কথা। আমি সকলোৱে অভিমন্যু।

আমি কান্দি কান্দি মৰিব লাগিব। মায়া-মমতাৰে ভৰা এই চক্ৰব্যূহৰ মজিয়াত বহি আমি কেৱল কান্দি যাম। সদায় কান্দিম।

ওলাবৰ বাট পাম জানো ?

ভাবোঁতে ভাবোঁতে তাৰ সন্মুখখন এন্ধাৰ হৈ আহে।

মতি মাক-দেউতাকৰ একমাত্ৰ লৰা আছিল। সেয়েহে সি খুব আদৰ পাইছিল তেওঁলোকৰ পৰা। মতি পঢ়া শুনাতো ভাল আছিল।

দেউতাক আছিল ডাক ঘৰৰ কেৰাণী। দিনৰ দিনটো তেওঁৰ ডাকঘৰতে কাটিছিল। গধূলি ডাকঘৰৰ পৰা আহোঁতে একেলগে বজাৰ কৰি ঘৰলৈ আহিছিল। মতিৰ দুখ লাগিছিল দেউতাকলৈ। তেওঁ ইমান পৰিশ্ৰম কৰিছে সিহঁতৰ কাৰণে। সিহঁতক সুখত ৰাখিবলৈ তেওঁ কি যে নকৰে! সেই কাৰণে মতিয়ে পঢ়াত জোৰ দিছিল। দেউতাকৰ কষ্ট যাতে অথলে নাযায় এইপিনে তাৰ লক্ষ্য আছিল।

মতিয়ে সেইবাৰ প্ৰবেশিকা পৰীক্ষা দিছে। মাক-দেউতাকৰ মনত আনন্দ। তাৰো আনন্দ লাগিছিল। পিচে, কেতিয়াবা দুখো লাগিছিল দেউতাকৰ কথা ভাবি। এইখিনি বেতনেৰে দেউতাকে যে কেনেকৈ তাৰ কলেজৰ খৰচ চলাব, এয়ে আছিল তাৰ একমাত্ৰ চিন্তা। মাক দেউতাকে কিন্তু খৰচৰ কথা কোনোদিনেই ভবা নাছিল। নাটনিৰ দিনতো বেচ্ হাঁহি মুখেৰেই চলি গৈছিল। দেউতাকৰ কথা-বতৰাৰ পৰা সি বুজিব পাৰিছিল, তেওঁ যে তাক কলেজত পঢ়াব, এয়ে আছিল তেওঁৰ কাৰণে ডাঙৰ গৌৰৱ। সঁচা, সকলো মাক-দেউতাকে নিজৰ লৰাৰ মঙ্গল কামনা কৰে। কিন্তু তাৰো এটা সীমা আছে।

দেউতাক ডাকঘৰলৈ যোৱাৰ পিচত সি এদিন মাকক, চাকৰি কৰি ৰাতিৰ কলেজত পঢ়াৰ কথা কৈছিল। মাকৰ মুখখন বেজাৰেৰে ভৰি পৰিছিল। তেওঁ তাক ধমক দিছিল। মতিৰো দুখ লাগিছিল। নুসুধিব লগা কথা এযাৰ সোধাৰ কাৰণে সি লাজ পাইছিল। সি খং কৰা বুলি ভাবি, মাকে তাৰ ওচৰলৈ আহি খুব মৰম লগাকৈ কৈছিল—"তেনে কথা নকবি সোণ। দেউতাৰে দুখ পাব। তোৰ ওপৰত যে তেওঁৰ কিমান আশা। তেওঁক তই দুখ নিদিবি।



দেউতাৰে থকা কেইদিন তোক চাকৰি কৰিবলৈ নিদিয়ে। তই ডাঙৰ মানুহ হ। মোমায়েৰহঁতকৈ ডাঙৰ হ। এয়ে আমাৰ কামনা।"

মোমায়েকহঁতৰ প্ৰতি থকা মাকৰ অভিমানৰ কথা মতিয়ে ভালকৈ বুজি পাইছিল। মোমায়েকহঁতক সিও ভাল নাপাইছিল। ধনী মানুহ বহুত আছে। কিন্তু প্ৰত্যেক ধনীয়েই অহঙ্কাৰী নহয়।

নীৰোদ চৌধুৰী বেচ্ ধনী মানুহ। নিজৰ চাহ বাগিচা তিনিখন আছে। চহৰৰ বেছি ভাগ মাটি তেওঁৰেই। যোৰহাট চহৰখন নীৰোদ চৌধুৰীৰ বুলি কলেও খুব বেছি কোৱা নহয়। তেওঁৰ লৰা তিনিজন। মতিৰ মাক তেওঁৰ নুমলীয়া জীয়েক। ঘৰৰ একমাত্ৰ ছোৱালী বুলিয়েই তেওঁ মাক-দেউতাকৰ মৰম যথেষ্টভাবে পাইছিল। মতিৰ মাক, দেউতাকৰ একমাত্ৰ লগৰীয়া আছিল। কৰবালৈ গলে, দেউতাকে তেওঁক লগত লৈ গৈছিল।

তেওঁৰ ডাঙৰ লৰা দুজন বাগিচাতে থাকে। মতিৰ মাকতকৈ ওপৰৰ জনে পঢ়ি আছে। চৌধুৰী চহৰৰ ঘৰতে থাকে। মাজে সময়ে বাগিচালৈ গৈ পুতেকহঁতক দিহা ভৰষা দি আহে।

মতিৰ মাক তেতিয়া হাইস্কুলৰ নৱমমানৰ ছাত্ৰী। খুব লাহ-বিলাসৰ মাজেৰে তেওঁ দিনবোৰ কটাইছিল। স্কুললৈ গাড়ীত উঠি গৈছিল। কেতিয়াবা ড্ৰাইভাৰ লগত গৈছিল। কেতিয়াবা তেওঁ নিজেই চলাইছিল।

দেখিবলৈ তেওঁ ধুনীয়া আছিল। ৰাজপথেৰে গাড়ী চলাই যাওঁতে বাটৰুৱাই তেওঁৰ পিনে চাই ৰৈছিল। তেওঁৰ বুকু গৌৰৱত ওফন্দি উঠিছিল। গাড়ীৰ গতি বাঢ়ি গৈছিল অসম্ভৱভাবে। মাজে সময়ে দুই এটা দুৰ্ঘটনাও ঘটিছিল জনবহুল ৰাজপথেৰে দুৰন্ত গতিত গাড়ী চলাওঁতে। তেওঁৰ কিন্তু সেইপিনে চকু নাছিল আৰম্ভকো নাছিল। তেওঁ বুজিছিল, তেওঁ ধনীৰ দুলালী। গাড়ী আছে বুলিয়েই তেওঁ

চলাইছে। কাৰোবাৰ ভাগ্যত যদি লিখা থাকে তেওঁৰ গাড়ীৰ আগত চেপা খাই মৰিবলৈ, তেওঁ চেষ্টা কৰিও তাক বচাব নোৱাৰে। কথা বতৰাতো তেওঁ এখোপ চৰা আছিল। পশ্চিমীয়া সাজপাৰ পিন্ধি পশ্চিমীয়া ধৰণেৰে কথা কৈছিল। জীয়েকৰ সাহস দেখি দেউতাকে হাঁহিছিল।

এদিন এটা ঘটনা ঘটিল।

স্কুলৰ পৰা ওলাই বীণা পোনেই ঘৰলৈ আহিল। আবেলি বিনোদৰ লগত ফুৰিবলৈ যোৱাৰ কথা আছিল।

বিনোদ ওচৰৰে বাগান এখনৰ মালিকৰ লৰা। বীণা আৰু বিনোদৰ সম্বন্ধটো সেইভাবেই গঢ়ি উঠিছিল। দেউতাকেও তেওঁলোকৰ মাজত থকা মিলাপ্ৰীতিটো গাঢ় কৰিবলৈ যত্ন কৰিছিল। বীণাহঁতৰ ঘৰলৈ বিনোদ প্ৰায়েই আহে। আহিলে দুই এৰাতি থাকি যায়। বীণাৰ লগত একেলগে চিনেমা চায়, মেল পাতে। তাৰ পিচত আকৌ সি নিজৰ ঘৰলৈ গুচি যায়।

বীণাৰ বিনোদক ভাল লাগে। তাৰ কথা কোৱাৰ ধৰণ চলন ফুৰণ আদিও চকুত লগা। চাহাবী চাহাবী গোন্ধ এটা আছে। এই গোন্ধটো তাইৰ বৰ প্ৰিয়। চাহাবী গোন্ধৰ মাজতেই যে তাইৰ জন্ম। সৰুৰে পৰা তাই এইদৰেই চলিবলৈ শিকিলে। ধুতি কামিজ পিন্ধি ৰাজপথত ওলোৱা মানুহবোৰলৈ তাইৰ দুখ লাগে। তেওঁলোকলৈ তাইৰ পুতৌ জন্মে। দোকানলৈ লৈ গৈ কিছুমান ভাল কাপোৰ কিনি দিবৰ মন যায় তাইৰ। পিচে, নোৱাৰে। তেওঁলোকৰ ওচৰলৈ যোৱাৰ কথা তাই ভাবিবও নোৱাৰে। বীণাহঁতৰ বাগিচাৰে বৰকেৰাণীজনলৈ তাইৰ মনত পৰে। ইচ্ কিযে ভয়ানক মূৰ্ত্তি। দেউতাকৰ লগত বাগিচালৈ গলে তেওঁ তাইক আদৰ কৰিবলৈ বিচাৰে। 'মা' বুলি তাইৰ ওচৰ চাপে। তেওঁ ওচৰলৈ গলে তাই পিচুৱাই যায়। বৰ-কেৰাণীৰ ওচৰত থাকিবলৈ তাইৰ ভাল নালাগে। সোনকালে



আহিব পাৰিলেই ৰক্ষা পৰে।

ঘৰলৈ আহিও তাই শান্তি নাপায়। বাৰে বাৰে বৰকেৰাণীৰ অদ্ভুত মূৰ্ত্তিটো তাইৰ চকুৰ আগত ভাহি উঠে। সৰুকৈ মুখ এখন। দীঘল নাক এটা। নাকৰ তলতে প্ৰকাণ্ড গোঁফকোছা। গাত এখন চাদৰ। মানুহবোৰৰ যে কি হৈছে। পছন্দ বোলা কথা এটা নাই। নিজে নোৱাৰিলেও আনক চায়েতো শিকিব পাৰে। আন মানুহ নাই নেকি সংসাৰত। তাইৰ দেউতাক, বিনোদ আৰু ককায়েকহঁত জানো এই পৃথিবীৰ মানুহ নহয়। এওঁলোকে চোন ভালদৰে চলে। ভাল কাপোৰ পিন্ধে। ভালদৰে কথা কয়। ধুনীয়াকৈ হাঁহে।

গাড়ীখন থৈ তাই ওপৰ মহলালৈ উঠি গ'ল। বিনোদ তেতিয়া দেউতাকৰ লগত কথা কোৱাত ব্যস্ত আছিল। বীণাই তাক দেখি চিঞৰি উঠিল—"হেল্লো! কি কৰিছা!"

—"এইয়া, দেউতাৰ লগত কথা পাতিছোঁ। তোমালোকৰ স্কুল ছুটী হল?"

—"ওঁ। ছুটী হোৱাৰ লগে লগে গুচি আহিলোঁ।" বীণা নিজৰ কোঠালৈ গ'ল। বিনোদ আকৌ চৌধুৰীৰ লগত কথা কোৱাত ব্যস্ত হৈ পৰিল।

অলপ পিচত বীণা ওলাই আহিল। বীণাৰ সাজপাৰলৈ চাই বিনোদে হাঁহিলে। চার্ট আৰু লংপেণ্ট পিন্ধিলেহে তাইক ভাল দেখি। চকুত পিন্ধা ক'লা চশমাযোৰো বেচ্ চকুত লগা।

দুয়ো তলমহলালৈ নামি আহি গাড়ীত উঠিল। বীণাই গাড়ী চলালে। বিনোদ কাষতে বহিল। গাড়ী বায়ুবেগে দৌৰিবলৈ ধৰিলে। আবেলি সময়ত ৰাজপথত মানুহৰ খুব ভীৰ থাকে। সেইফালে মন নকৰি বীণাই গাড়ীৰ গতি বঢ়াই দিবলৈ ধৰিলে।

হঠাতে সৰু লৰা এটা তেওঁলোকৰ আগত পৰিল। বীণাই দূৰৰ পৰা হৰ্ণ দি গৈছিল। ৰাজপথৰ দুয়োকাষে অসংখ্য মানুহ

আছিল। তাৰ মাজেৰে তাই গাড়ী চলাই লৈ গৈছিল। লৰাটো গাড়ীৰ আগত পৰি ইফালে সিফালে চাবলৈ ধৰিলে। বীণায়ো, কি কৰিব, ভাৱি নেপালে। গাড়ী তেতিয়া ৰাখিবও নোৱাৰে। একো উপায় নাপাই তাই চকু ছুটা মুদি দিলে।

গাড়ী বৈ গ'ল। চকুমেলি চাই, গাড়ীৰ কাষত তাই বহুতো মানুহ দেখিবলৈ পালে। কেইজনমান মানুহে এজন ডেকাক খুব যত্ন কৰি থিয় কৰাবলৈ চেষ্টা কৰা দেখা পালে। তাই আচৰিত হ'ল। তাইৰ গাড়ীৰ আগত আছিল এটা সৰু লৰা। লৰাটো যে মৰিব, এই বিষয়ে তাইৰ কোনো সন্দেহ নাছিল। সেই কাৰণে ভয়তে তাই চকু মুদি দিছিল। এনেস্থলত এই ডেকাজন ক'ৰপৰা আহিল! তাই বিনোদক বিচাৰিলে। ইতিমধ্যে, বিনোদ তাইৰ কাষৰপৰা আঁতৰি গৈছে। তাইৰ খুব ভয় লাগিল। গাড়ীৰ পৰা নামি গৈ তাই ডেকাজনৰ কাষ পালে। ডেকাৰ নাকেৰে তেজ বব লাগিছে। মূৰতো জখম হৈছে। বীণা কিছুপৰ স্থিৰ হৈ থিয় দি থাকিল। ডেকাজনৰ মূৰৰ কটা ঘাবোৰ দেখি তাইৰ মূৰ ঘূৰাই যোৱা যেন পালে। ওচৰৰ মানুহজনৰ মাতত তাইৰ চেতনা ফিৰি আহিল। মানুহজনে তেতিয়াও কৈ আছিল—"ভগৱানে চকুছুটা এনেয়ে দিয়া নাই নহয়, সদ্ব্যৱহাৰ কৰিবলৈকে দিছে।"

লাজ পালেও বীণাই একো উত্তৰ নিদিলে। কি কব তাই! ডেকাজনেই তাইৰ হৈ কলে—"চকু থাকিলেও মানুহৰ দুৰ্ঘটনা হয়। এইটোতো এটা সামান্য কথা।"

সামান্য কথা! আচৰিত! মৰিবলৈ ওলায়ো মানুহজনে কয়, এইটো এটা সামান্য কথা বুলি। কিন্তু যি ঘটিল, সিতো সামান্য নহয়। লৰাজন মৰাহেঁতেন! মৰাহেঁতেন কি মৰিলেইহেঁতেন, ডেকাজনে নবচোৱাহলে।

তাই ডেকাজনৰ হাতখনত ধৰি কলে—"গাড়ীত উঠকহি। হস্পিটেললৈ যাব লাগিব।"



তেওঁ হাঁহি কলে—"ইমান ভাবিছে কিয়? মোৰ একো হোৱা নাই, নহয়। আপুনি কলৈ যাব আহিছে, যাওকগৈ। মই ঘৰলৈ যাওঁতে হস্পিটেলত সোমাই যাম।"

ডেকাজনৰ কথাত তাইৰ বিশ্বাস নহল। তেওঁৰ মূৰৰ ঘাবোৰ দেখি তাইৰ ভয়ো লাগিছিল। নিজৰ ফালৰ পৰাও তাইৰ এটা কৰ্ত্তব্য আছে। তেওঁক এনে অৱস্থাত এৰি থৈ গলে মানুহে তাইক কি বুলিব!

তাই এইবাৰ জোৰকৈয়ে কলে—"মোৰ লগতে বলক। লাগিলে মই ঘৰতো থৈ আহিম আপোনাক।"

অগত্যা ডেকাজন গাড়ীত উঠিল।

হস্পিটেলত ডাক্তৰে মূৰত বেণ্ডেজ বান্ধি দি কলে—"এসপ্তাহৰ মূৰত আকৌ আহিবা। তেতিয়ালৈকে ঘা শুকাব লাগে। নুশুকালে আকৌ নতুন বেণ্ডেজ বান্ধি দিম।"

হস্পিটেলৰ পৰা ওলাই আহি ডেকাজনে কলে—"এইখিনি মই যাব পাৰিম।" বীণাই হাঁহিলে তেওঁৰ কথা শুনি। নিজে যে কষ্ট পাইছে এইপিনে ভ্ৰূক্ষেপ নাই। যত চিন্তা বীণাৰ কষ্টৰ কাৰণেহে।

—"গাড়ীত উঠকহি।" অলপ টানকৈয়ে কলে বীণাই। তেওঁক ঘৰত থৈ অহাটো যেন তাইৰ প্ৰধান কৰ্ত্তব্য। তেওঁৰ কোনো ওজৰ আপত্তিকে তাই শুনিব নোখোজে এতিয়া।

গাড়ী আকৌ চলিবলৈ ধৰিলে। কিন্তু খুব ধীৰে ধীৰে। গাড়ীৰ গতিত কোনো ব্যাকুলতা নাই। চঞ্চলতাও নাই। গৈ থকাৰ মাজতে এবাৰ বীণাই সুধিলে—"আপোনাৰ ঘৰটো কোনখিনিত?"

—"ৰেল লাইন পাৰ হৈ যাব লাগিব।" ডেকাজনে কলে।

তাই একো নামাতিলে। আৰু কি কাম বাকী থাকিল তাই ভাবিলে। ডেকাক নি মাক দেউতাকৰ হাতত গতাই দিলেই

তাইৰ কাম শেষ। উস্, আজিৰ সকলো আনন্দই মাটি হৈ গ'ল। ডেকাৰ গাত অৱশ্যে দোষ নাই। যত দোষ সেই সৰু লৰাটোৰ। তাক বচাবলৈ গৈহে এওঁৰ এইখিনি হ'বলৈ পালে।

গাড়ী ৰেললাইন পাৰ হৈ গ'ল। ডেকাজনৰ সঁহাৰি নাই। তাই এবাৰ মাতিলে; কিন্তু তেওঁৰ পৰা কোনো মাত নেপালে। ভীষণ খং উঠিল তাইৰ। গাড়ী নেদেখা মানুহে গাড়ীত উঠিবলৈ পালে এনেকুৱাই হয়। তাতে তাই নিজে চলাইছে। দেখে যদি মানুহে দেখক। কিবা ভাবে যদিও ভাবক। দেখিলেইতো মানুহে, এজনী ধুনীয়া ছোৱালীয়ে চলোৱা গাড়ীত উঠি তেওঁ যোৱা।

গাড়ীৰ গতি একেবাৰে কমাই, তাই ডেকাক মাতিলে। তেওঁৰ চকু দুটা মুদ খাই আছে। বীণাৰ বিৰক্তি আহিল। এওঁৰ লগত থাকোঁতেই আজিৰ আবেলিটো গ'ল। যিয়োবা ঘৰ আহি পালে, এতিয়া নমাৰ নামকে নকৰে। আৰু, কি যে বিনয়ী। 'এইখিনি মই যাব পাৰিম।' বহিবলৈ পালে মানুহে শুবলৈয়ো যে বিচাৰে, মিছা নহয়। হস্পিটেলত থৈয়েই তাই আঁতৰ হ'ব লাগিছিল। তেতিয়াহলে এই আবৰ্জ্জনাবোৰ মূৰত লব নালাগিলহেঁতেন।

এওঁ কোনোবা লিখক যদি! তাই ডেকাজনৰ মুখখন ভালকৈ নিৰিখি চালে। লিখক যেন নেলাগেচোন! তথাপি তাই অলপ ইফালে আহিল। লিখকবোৰলৈ তাইৰ ভয় লাগে। খুব ভয় লাগে তাইৰ! কি যে আচৰিত মনৰ মানুহ এওঁলোক! একোকেই বুজিব নোখোজে। নাৰীৰ ভাল পোৱাকো এওঁলোকে তুচ্ছজ্ঞান কৰে। এওঁলোকৰ আগত মনৰ কথাও ভাঙি পাতি ক'ব নোৱাৰি। সকলোবোৰ ছপাশাল পায়গৈ।

আৰু কি যে কথকি এওঁলোক। কথা কবলৈ ধৰিলে এৰি দিব নোখোজে। তাইৰ কাষত বহি যোৱা মানুহজন লিখক হোৱাহেঁতেন! ইমান সময়ে তাইক বলীয়া কৰি দিলেহেঁতেন! এৰা, লিখকে পালে ভূতে পাব নালাগে। চিনাকি অচিনাকি এওঁলোকে নিবিচাৰে। তৎক্ষণাত আপোন মানুহ হৈ যায়।



উষালৈ তাইৰ মনত পৰিল। উষা তাইৰ বন্ধু। দুয়ো একে শ্ৰেণীতে পঢ়ে। বীণাহঁতৰ ওচৰতে থাকে তাই। খুব গহীন ছোৱালীজনী। শ্ৰেণীত সোমাওঁতে খুব গহীন হৈ সোমায়। ওলাওঁতেও গহীন হৈ ওলাই আহে। সদায় তলমূৰকৈ খোজ কাঢ়ে। শ্ৰেণীৰ পৰা ওলায়েই পোনেই তাই ঘৰলৈ খোজ লয়। তাৰ পিচত তাইক আৰু কোনেও দেখা নাপায়।

এদিনাখনৰ কথা। ছুটী হোৱাৰ লগে লগে তাই স্কুলৰ পৰা ওলাই ঘৰলৈ খোজ ললে।

তলমূৰকৈ তাই আহি আছে। এনেতে তাইৰ ভৰিৰ কাষতে কিবা এটা বস্তু পৰা যেন পালে। তাই ৰৈ গ'ল। ভৰিৰ কাষতে পৰি থকা 'মনিবেগ' খনলৈ একেৰাহে তাই চাই থাকিল। এইমাত্ৰ তাইৰ কাষেৰে এজন মানুহ পাৰ হৈ গৈছিল। 'বেগ'খন যে সেই মানুহজনৰ, তাইৰ বুজিবলৈ বাকী নাথাকিল। বেগখন তাই মেলি চালে। প্ৰথমেই বেগখনৰ ওপৰত লিখি থোৱা নামটো তাইৰ চকুত পৰিল—'অমিতাভ বৰুৱা।' তাই বেগখন দুহাতৰ মাজত লৈ কিছুপৰ থিয় হৈ থাকি, কোনো নহা দেখি আকৌ খোজ ললে।

এনেতে সেই মানুহজন দৌৰি আহি তাইক সুধিলে—'চোৱাচোন! এইখিনিত কিবা এটা বস্তু পাইছিলা নেকি! মানে, সাধাৰণ বস্তু এটা।' তেওঁ উষাৰ মুখলৈ চাই থাকিল।

উষাই অমিতাভলৈ চালে। অমিতাভটোলৈ পুতৌ জন্মিল তাইৰ। কি যে মানুহ। বেগখন পেলাই থৈ গৈছে, তাকো ক'ব নোৱাৰে। যদি আন কোনোবাই পালেহেঁতেন! কি হ'লহেঁতেন! হয়তো এইখিনিয়েই তেওঁৰ শেষ সম্বল। এইখিনিও যোৱাহেঁতেন! তাই পাই ভালেই কৰিলে। ভগবান আছে। নহলে তাইৰ হাতত কেতিয়াও নপৰেহি বেগখন।

তাই বেগখন অমিতাভলৈ আগবঢ়ালে। অমিতাভে হাতপাতি লৈ কলে—"বৰ উপকাৰ কৰিলা তুমি আজি! উঃ, মোৰ যে কি ভয় লাগিছিল নেপাম বুলি।"

অচিনাকি ডেকা এজনে প্ৰথম সম্বোধনতে তুমি বোলাত তাই বেয়া পাব ধৰিছিল যদিও বেয়া নাপালে। অমিতাভৰ চকুলৈ চোৱাৰ পিচতেই বেয়া পোৱা ভাবটো তাইৰ মনৰ পৰা আঁতৰি গ'ল।

—"নিজৰ ধন কলৈ যাব? এদিন নহয় এদিন পাবই।" উষাই কলে—"হলেও অলপ সাবধানে চলিব লাগে।" পিচৰ কথাষাৰত অনুৰোধৰ স্পষ্ট সুৰ।

—"সাবধানে চলিব যে লাগে, ময়ো বুজোঁ। মনতো থাকে। পিচে, কেতিয়াবা পাহৰি যাওঁ। মনত পৰিলে আকৌ পাহৰি অসাবধান হোৱা ঠাইখিনিলৈ দৌৰ দিওঁ।"

—"দৌৰ দিলেই জানো পায়?" উষাই আচৰিত হৈ সুধিলে।

—"যেনে, আজি।" সি তাইৰ মুখলৈ চাই হাঁহি হাঁহি উত্তৰ দিলে। "মোক কোনেও হিংসা নকৰে। এই পৃথিবীখনৰ সকলো মানুহেই মোৰ বন্ধু। তেওঁলোকে মোক বন্ধুত্বৰ চকুৰেই চায়। মোৰ কেতিয়াবা অন্যায় হব, এই কথা মই সপোনতো ভাবিব নোৱাৰোঁ।"

উষাই একো নকলে। মাথো অমিতাভৰ কথাবোৰকে ভাবিবলৈ ধৰিলে। কি শক্তি মানুহজনৰ। তৎক্ষণাৎ তাইক আপোন কৰি ললে। বেগখন নুখুজিলেও তাই দিব লাগিলহেঁতেন। দোষ যেন অমিতাভৰ নহয়, উষাৰ হে।

তাই সেইদৰে থিয় হৈ থকা দেখি অমিতাভে কলে—"গৈ থাকোঁ বলা।"

দুয়ো আগবাঢ়িবলৈ ধৰিলে। অমিতাভে কথা কৈ গৈ আছে। তাই শুনি গৈছে। কিমান যে কথা কব পাৰে মানুহজনে! তাইৰ



আমনি লাগি গৈছিল। স্কুলৰ পৰা আহি তাই এখন্তেকো জিৰাব পৰা নাই। কাৰ নো বাৰু ধৈৰ্য্য থাকে ইমানবোৰ কথা শুনি যাবলৈ।

চাহ দোকান এখনৰ সন্মুখ পাওঁতে অমিতাভে কলে—"চাহ অলপ খাওঁ, বলা।"

তাই একো নেমাতিলে। চাহদোকানলৈ যাবলৈ তাইৰ ভয় লাগিছিল। চাহ খোৱাৰ কাৰণে নহয়, অমিতাভৰ শেষ নোহোৱা কথা দোকানলৈ গৈও শুনিব লাগিব বুলিহে তাই ভয় কৰিছিল।

তাই লাজ কৰা বুলি অমিতাভে বুজি পালে। সি তাইৰ হাতখনত ধৰি দোকানৰ ভিতৰলৈ সোমাই গ'ল। তাইৰ লাজ লাগিছিল যদিও একোকে নকলে। কলে শুনিব জানো সি। কি যে অদ্ভুত মানুহ! ইমানবোৰ মানুহৰ আগেৰে!

দুয়ো গৈ ভিতৰৰ কোঠা এটাত বহিল। এনেতে লৰা এটা আহি তেওঁলোকৰ ওচৰত থিয় হ'ল। চাহ আৰু মিঠাইৰ কথা কৈ অমিতাভে চিগাৰেট এটা জ্বলালে। লৰাটো আঁতৰি গ'ল।

অলপ পিচত চাহ মিঠাই আহি পালে। দুয়ো খাবলৈ আৰম্ভ কৰিলে। মিঠাই এটা মুখত ভৰাই উষাই সুধিলে—"আপুনি ইমান খৰচ কৰিলে কিয়?"

—"ভাল লাগিল বুলি।" অমিতাভে এইবাৰ নহঁহাকৈয়ে কলে।

—"ভাল লাগিলেই জানো খুৱাব লাগে?"

—"আইনৰ কথা কব নোৱাৰোঁ। মোৰ কেতিয়াবা খুব ভাল লাগিলে চাহদোকানলৈ আহোঁ। লগত যদি কোনোবা আছে, তেওঁকো খুৱাব লগাত পৰোঁ। জোৰ কৰি খেদি দিব নোৱাৰোঁ।"

উষাই তলমূৰ কৰিলে। ইমান ডাঙৰ অপমান কোনোৱে তাইক কৰা নাছিল। অপমান কৰিবৰ সুযোগ তাই কাকো দিয়াও নাছিল। অমিতাভে কৰা এই অপমানৰ কথা তাই জীৱনত পাহৰিব পাৰিব জানো! তাই তো নিজে অহা নাছিল। চাহ খাবলৈ তাই বহুত পাইছে।

ভাবোঁতে ভাবোঁতে তাইৰ মুখখন ক'লা পৰি উঠিল। তাইলৈ লক্ষ্য কৰি অমিতাভে খুব হাঁহিলে—"কি হল তোমাৰ! মুখখন যে এনে কৰিলা! ও, মোৰ কথাত খং কৰিলা। বেচ্ খুব ভাল পালোঁ।"

—"খং কিয় কৰিম! খং কৰিলে জানো ইয়াত বহি থাকোঁ।" উষাই তালৈ চাই কলে।

—"খং যদি নায়েই, মুখখন অলপ পোহৰ কৰি দিয়াচোন! মোৰ অলপ ভাল লাগিব।"

—"ধৈৰ্য্যৰ এটা সীমা আছে।" উষাৰ কথাত এইবাৰ খঙৰ স্পষ্ট সুৰ।

—"বুজিলোঁ, উষাৰাণীৰ ধৈৰ্য্যৰ সীমা আছে, যি আনৰ নাই।"

—"ইচ্ আনৰ নাথাকিব কিয়, সকলোৰে আছে।" কথা কওঁতে তাইৰ মুখখন অলপ পোহৰ পোহৰ যেন লাগিল। অমিতাভে বুজিলে, বৰষুণ নিদিয়ে। অলপ পিচতে গোটেইবোৰ ডাৱৰ আঁতৰি যাবগৈ।

—"অলপ হাঁহাঁ না। মানুহে হাঁহিলে মোৰ খুব ভাল লাগে।" তাইক হাঁহিবলৈ কৈ সি নিজেই জোৰকৈ হাঁহি দিলে।

উষায়ো হাঁহিলে।

এতিয়াহে! নহহাঁ মানুহক মই মুঠেই দেখিব নোৱাৰোঁ। খুব ভয়ো লাগে।"

উষাই একো নেমাতি চাহ খাবলৈ ধৰিলে।

চাহদোকানৰ পৰা ওলাই আহি উষাই কলে—"মোৰ ঘৰ সৌখিনিত। কেতিয়াবা লগ পাম দেই।"

তাইৰ কথাত অমিতাভে হাঁহিলে। ছোৱালী জনীৰ বেচ্ বুদ্ধি আছে। তাৰ লগ এৰিবলৈ তাইৰ যে কত চেষ্টা। দোকানত বহি থাকোঁতেও তাই কিজানি এই দুষাৰ কথাকেই ভাবি আছিল,



কেনেকৈ তাৰ আগত কব। অমিতাভে কিন্তু বুজিও নুবুজাৰ ভাও ধৰিলে। সি তাইৰ কাষে কাষে গৈ থাকিল।

উষাহঁতৰ ঘৰৰ সন্মুখ পাওঁতে তাই কলে—"এইটোৱেই আমাৰ ঘৰ। বহিব নেকি অলপ।"

"বেচ্ ঘৰতো! আন এদিন আহিম বাৰু। তোমাৰ মা দেউতাৰ লগত চিনাজনা হৈ যাম।"

অমিতাভে ঘৰলৈ খোজ ললে। উষাই কিছুপৰ পদূলিমুখতে ৰৈ থাকি লাহে লাহে ভিতৰলৈ গ'ল।

সিদিনা গধূলি তাই একোকে পঢ়িব নোৱাৰিলে। জোৰকৈ কিতাপখন আগত ললে যদিও অমিতাভৰ কথাবোৰহে তাইৰ মনত পৰিবলৈ ধৰিলে। অমিতাভটোক খুব ভাল লাগি গল তাইৰ। ধুনীয়া মানুহ। আৰু কথাবোৰ যে কয়! ঠিক সৰু লৰাৰ দৰে। হাঁহেও খুব বেছিকৈ। চাহদোকানলৈ গৈ তাইৰ লাজ লাগিছিল। ওচৰৰ মেজবোৰত বহুতো ডেকোগাভৰু বহি আছিল। তেওঁলোকৰ মাজেৰে, অমিতাভৰ লগত যাওঁতে তাই তলমূৰকৈ গৈছিল, কোনোবাই কিবা কয় বুলি। বহাৰ পিচত কিন্তু তাইৰ সেই লাজ আঁতৰি গৈছিল। অমিতাভৰ লগত বহিবলৈ পাই তাইৰ ভালেই লাগিছিল। তেজ ৰঙা গালৰ গাভৰুবোৰে তাইলৈ কেৰাহীকৈ চাইছিল। তেওঁলোকৰ বেঁকা চাৱনীৰ অৰ্থ তাই একোকে বুজা নাছিল। হয়তো তাইৰ সমুদ্ৰভ্ৰমনৰ জাহাজখন আনকেইখনতকৈ ধুনীয়া বুলি তেওঁলোকৰ হিংসা জন্মিছিল। হয়তো এনেয়ে চাইছিল তেনেকৈ।

উষা আৰু অমিতাভৰ মিলাপ্ৰীতিৰ ৰেখাডাল লাহে লাহে বাঢ়ি গ'ল। ইতিমধ্যে অমিতাভ উষাহঁতৰ ঘৰলৈ কেবাবাৰো আহিগৈছে।

উষাই বীণাৰ আগত অমিতাভৰ কথা কলে। বীণাই শুনি ভালেই পালে।

উষা মাক দেউতাকৰ শেহতীয়া সন্তান। তাইৰ ককায়েকহঁতৰ

বিয়া হৈ গৈছে। মাক দেউতাকে তাইৰ বিয়াখনো পতাৰ যত্নত আছে। বয়সো হৈ আহিল। গাভৰু ছোৱালীক ঘৰৰ পৰা উলিয়াই দিব নোৱাৰালৈকে যেন মাক দেউতাকৰ মূৰ কামোৰণিৰ শেষ নাই। তেওঁলোকে উষাৰ কাৰণে দৰা বিচাৰিলে।

বিয়াৰ দিন ঠিক কৰা বুলি জানিব পাৰি উষা চিন্তাত পৰিল। মাকক তাই জনালে, বিয়াৰ কাৰণে তাইৰ ইচ্ছা নথকাৰ কথা। মাকে, তাই লাজতে তেনেকৈ কোৱা বুলি তাইৰ কথাত কাণ নিদিলে। উষা বিমোৰত পৰিল। কাক কব তাই। কোনে শুনিব তাইৰ কথা।

তাই গৈ বীণাক সকলো কথা কলে। কওঁতে তাইৰ চকুপানী ওলাল। বীণাৰ দুখ লাগিল। তাই উষাক বুজালে—"তই চিন্তা নকৰিবি। মই সকলো ঠিক কৰিম। বল, তহঁতৰ ঘৰলৈ যাওঁ।"

উষাহঁতৰ ঘৰ পাই, বীণাই উষাৰ মাকক লগ ধৰিবলৈ গ'ল। উষাৰ মাক তেতিয়া ৰান্ধনি ঘৰত ব্যস্ত আছিল। তাই ভিতৰলৈ সোমাই যোৱা দেখি তেওঁ ক'লে—"আহ আই। ভিতৰতে বহহি।"

ওচৰত বহি বীণাই উষাৰ মাকক বুজালে। লগতে অমিতাভৰো কথা কলে। তেওঁৰ মুখত হাঁহি বিৰিঙিল। অমিতাভৰ কথা তেওঁ মনতে কৰা নাছিল। উষাই যে তাক ভাল পায়, সেই কথাও তেওঁ নেজানিছিল। তেওঁ কলে—"উষাৰ ভালেই আমাৰ ভাল। তাক বাৰু এদিন মাতি আনিবিচোন। আমাৰ ঘৰলৈ মাজে সময়ে আহে যদিও ভালদৰে কথা বতৰা হব পৰা নাই।"

বীণা উষাৰ ওচৰলৈ আহিল। উষাই তাইৰ কাৰণেই অপেক্ষা কৰি আছিল। বীণাৰ মুখত হাঁহি দেখি তাই বুজিলে যে তাইৰ মাক সন্মত হৈছে। তাই কাষ পোৱাৰ লগে লগে তাইক সাবট মাৰি ধৰি উষাই সুধিলে—"মাই কি ক'লে?"

—"কি কব আৰু! বল এতিয়া অমিতাভক বিচাৰি যাওঁ। তই তেওঁৰ ঘৰটো চিনি পাব জানো?"



—"চিনি নেপাওঁ। তথাপি বিচাৰি উলিয়াব পাৰিম কিজানি! বিহাৰী বস্তিত চাওঁবলচোন।"

—"বিহাৰী বস্তি?"

—"ওঁ, এদিনাখন তেওঁ কথাৰ মাজতে বিহাৰী বস্তিৰ নাম কোৱা শুনিছিলো।"

—"বিহাৰী বস্তিত পিচে ৰিক্সাৱালা আৰু কুলীবোৰহে থাকে। সিহঁতে জানো কব পাৰিব?"

—"বলচোন। সুধি চাওঁগৈ। বাটতো লগ পাব পাৰোঁ।"

দুয়ো অমিতাভক বিচাৰি ওলাল। সিহঁত গৈ বিহাৰী বস্তি পালে। তেতিয়া আবেলি। সৰু সৰু ল'ৰা-ছোৱালীবোৰে খেলি আছিল। উষা আৰু বীণা সিহঁতৰ কাষেৰে পাৰ হৈ গ'ল। বস্তিৰ ভিতৰখন বৰ লেতেৰা হৈ আছিল। গোন্ধ সহ্য কৰিব নোৱাৰি বীণাই ৰুমালখন নাকত ললে।

এঘৰত নাম কীৰ্ত্তন চলিছে। পদূলিমুখত ৰৈ সিহঁতে চোতাললৈ চালে। এজনে লগাই দিছে—

"দশৰথকে চাৰগো লালনৱা, আগনাৱা খেলে, হো দুঅখা খেলে, হো ৰামা। কেক ৰাম কেকৰ বাবু লছমন, হো দুঅখা খেলে·· ৰামাহো। দশৰথকে চাৰগো লালনৱা আগনাৱা খেলে হো।"

সিহঁতক থিয় হৈ থকা দেখি এজন উঠি আহি সুধিলে—"কেক্ৰাকে খুজতবাণী।" একোকে নুবুজি ইজনীয়ে সিজনীৰ মুখলৈ চালে। এনেতে আন এজন মানুহ উঠি আহি সুধিলে—"আপোনালোকে কাক বিচাৰিছে?" বীণাই অমিতাভৰ কথা সোধাত মানুহজনে বস্তিৰ একেবাৰে পশ্চিমফালে থকা সৰু ঘৰ এটালৈ আঙুলিয়াই দিলে।

দুয়ো আকৌ আগবাঢ়িবলৈ ধৰিলে। "মানুহজনে ধুনীয়া অসমীয়া কলে অ'।" উষাই কলে। বীণাই মূৰ জোঁকাৰিলে—"ওঁ। দেছুৱালী যেন নালাগেই। বৰ ভাল লাগে অনাঅসমীয়াৰ মুখত অসমীয়া কথা শুনিলে।"

সিহঁত অমিতাভৰ ঘৰ পালেগৈ। ঘৰটো সৰু যদিও বাহিৰৰ পৰা বৰ ধুনীয়া দেখি। পদূলিমুখত জবাফুল দুজোপা ফুলি আছে। ফুলৰ ভৰত গছ দুজোপা মাটিৰ পিনে হালি পৰিছে। দুটা ফুল চিঙি লৈ দুয়ো দুয়োৰে খোপাত গুজি ললে।

ঘৰৰ দুৱাৰখন ভিতৰৰ পৰা বন্ধ। বীণাই বাহিৰৰ পৰা বাঁহৰ দুৱাৰখনত আঙুলিৰে শব্দ কৰি দিলে। ভিতৰৰ পৰা অমিতাভৰ মাত আহিল—"সোমাই আহক।"

দুৱাৰখন ঠেলি দুয়ো ভিতৰ সোমাল।

অমিতাভ মজিয়াতে বহি আছিল। তাৰ চাৰিওকাষে কেইটামান সৰু সৰু কুকুৰৰ পোৱালী। অমিতাভৰ হাতত থকা পাত্ৰটোৰ পৰা সিহঁতে খুব মনযোগেৰে গাখীৰ খাবলৈ ধৰিছে। অমিতাভৰ কাণ্ড দেখি দুয়ো হাঁহিলে। কি যে আচৰিত মানুহ।

সিহঁতক দেখি, পাত্ৰটো মাটিত থৈ অমিতাভ থিয় হ'ল। উষা আৰু বীণা ভিতৰ সোমাল।

ঘৰটোৰ কোঠা মাত্ৰ এটা। একাষে বিচনাখন পাৰি থোৱা আছিল। বহিবলৈ আন একো নেদেখি দুয়োজনী বিচনাখনৰ ওপৰতে বহিল। অমিতাভ সিহঁতৰ কাষতে থিয় হৈ ৰ'ল।

গাখীৰৰ পাত্ৰটো মাজত লৈ কুকুৰৰ পোৱালী কেইটাই চিঞৰ বাখৰ লগাইছে। অমিতাভে সিহঁতলৈ চাই হাঁহিছে।

—"বাহিৰলৈ নেযায়নেকি আজি?" উষাই সুধিলে। বহি বহি তাইৰ আমনি লাগিছিল। লগতে বীণাই এইবোৰ দেখা কাৰণে লাজো পাইছিল তাই।

—"ওঁ, যাওঁ ৰবা! অলপ বহা দেই।" অমিতাভে বিচনাৰ তলৰ পৰা চাউলৰ টিংটো উলিয়াই ললে। তাৰ পিচত সি কোঠাটোৰ একোণে থকা পাৰ চৰাইবোৰৰ মাজত দুমুঠিমান চাউল চটিয়াই দিলে। ঘৰৰ ভিতৰত পাৰচৰাইৰ জাকটো দেখি বীণাৰ গাৰ নোমবোৰ শিয়ঁৰি উঠিল। উষাৰো ভয় লাগিছিল। তাই



অমিতাভক কলে—"এইবোৰ ঘৰৰ ভিতৰত সোমাবলৈ কিয় দিয়ে? কি যে লেতেৰা!"

ইতিমধ্যে কেইটামান পাৰ চৰাই তাৰ গাত উঠিছিলহি। সি সেইদৰেই সিহঁতৰ কাষলৈ আহি কলে—"ইহঁত মোৰ বন্ধু। ইহঁতক লৈয়েই মোৰ জীৱন। এই ঘৰত মোতকৈ মোৰ বন্ধুসকলৰ অধিকাৰ বেছি।"

উষাহঁতে একো নেমাতিলে।

অলপ পিচত তিনিও ওলাই আহিল।

পিচদিনাখন অমিতাভ উষাহঁতৰ ঘৰলৈ গ'ল। উষাৰ মাক দেউতাকে তাক বৰ আদৰ কৰিলে। উষায়ো তাৰ লগত ধেমালি কৰিলে। চাহ খোৱা হোৱাৰ পিচত অমিতাভৰ লগত উষাৰ মাকে কথা পাতিবলৈ ধৰিলে। উষা আৰু বীণাই কাষৰ কোঠাটোত বহি তেওঁলোকৰ কথাবতৰাবোৰ শুনিবলৈ ধৰিলে।

খুব ধৈৰ্য্যৰে সি মাকৰ প্ৰশ্নবোৰৰ উত্তৰ দি গ'ল। উষাৰ মাকে যি মনলৈ আহিছে তাকেই সুধি গৈছে। তাৰ ঘৰ ক'ত, মাক দেউতাক আছে নে নাই ইত্যাদি সোধাৰ পিচত এতিয়া তাৰ বিয়াৰ কথালৈ আহিল। সি একো নমতা দেখি, লাজ কৰিছে বুলি ভাবি, উষাৰ মাকে এইবাৰ আন কথা উলিয়ালে।

ৰাতি হৈ অহা দেখি, অমিতাভ যাবলৈ ওলাল। উষাৰ মাকক প্ৰণাম জনাই সি উষাক মাতিলে। উষা ওচৰলৈ অহাত, সি কিতাপ এখন তাইৰ হাতত দি কলে—"সময় পালে এইখন পঢ়িবাদেই।" তাৰ পিচত সি ওলাই গ'ল। উষাই কিবা সুধিব খুজিছিল যদিও সময়কে নাপালে। বাহিৰৰ দুৱাৰখন বন্ধ কৰি থৈ তাই বীণাৰ কাষলৈ আহিল। বীণা তেতিয়াও উষাৰ পঢ়া কোঠাত বহি আছিল।

ভিতৰলৈ আহি তাই কিতাপখন মেজৰ ওপৰতে থলে।

কিতাপখঁনৰ প্ৰতি তেতিয়া তাইৰ আগ্ৰহ মুঠেও নাছিল। উষাৰ কাৰণে, অমিতাভৰ উপহাৰতকৈ তাৰ নিজৰ কথা এষাৰহে বেছি প্ৰিয় আছিল। সেইখিনি দিবলৈকে সি টান পালে।

উপযাচি বস্তু এটা দিবলৈ গলে তাৰ দাম কমি যায়। উষাই ভাবিলে। অমিতাভৰ ক্ষেত্ৰতো সেয়েই হ'ল। নহলে সি ইমান অহঙ্কাৰ কৰিব কিয়? আজি তাইৰ মাকহে তাৰ আপোন হৈ পৰিল। কিয়, তাইৰ লগতো এষাৰ কথা কলে কি হলহেঁতেন! তাই জানো তাৰ কোনো নহয়! কোনে তাক মাতি আনিলে এইখন ঘৰলৈ! উষাই আনক বিয়া নকৰাওঁ বুলি জনোৱাতহে মাকে মত দিলে। মাকে জানো জানিছিল সিহঁতৰ মাজত থকা চেনেহৰ গাঁঠিটোৰ কথা।

এইবোৰ ভাবি থাকোঁতে হঠাতে কিতাপখনৰ ওপৰত তাইৰ চকু পৰিল। বেটুপাতৰ ছবিটো তাইৰ বৰ ভাল লাগিল। কিতাপখনৰ নাম "মদাৰে উচুপে"। লিখিছে, "অমিতাভ বৰুৱাই।" উষাই চিঞৰি উঠিল—"বীণা! চাচোন, এইখন কি?" বীণা তাইৰ ওচৰত থিয় হলহি। দুয়ো কিতাপখনৰ পাত লুটিয়াবলৈ ধৰিলে। প্ৰথমৰ পৰা দুটা পাত লুটিওৱাৰ পিচত তৃতীয় পাতটোত সিহঁতৰ চকু পৰিল।

"—ৱা, তোৰ নামতেই উচৰ্গা কৰিছে চোন! মৰমৰ উষাৰাণীৰ হাতত।" বীণাই কথাখিনি কৈ খুব হাঁহিলে। উষায়ো হাঁহিলে। তেনেহলে অমিতাভৰ তাইলৈ মৰম আছে। "উষাৰাণী!" এইদৰে তাইক তো আন কোনোৱে মতা নাছিল। তাইৰ খুব ভাল লাগিল। খুউব। হঠাতে কি জানো হল! তাই কিতাপখন বীণাৰ হাতৰ পৰা আনি তাইৰ বুকুৰ মাজত সাবটি ললে। ভীষণ তৃপ্তিত তাইৰ চকুদুটা মুদ খাই গল। তাইৰ ভাব হল, অমিতাভে নিজেই যেন এটা সৰু লৰাৰ নিচিনাকৈ তাইৰ বুকুৰ মাজত লুকাই পৰিছে। উষাই কিতাপখন অলপ জোৰেৰে তাইৰ ওখ বুকুখনত হেঁচি ধৰিলে।



—"কিতাপখন দেচোন। কি লিখিছে চাওঁ, তোৰ ৰজাই।" বীণাই কিতাপখনৰ এটা মূৰত ধৰি টানিলে।

—"ওঁহো! কেতিয়াও নিদিওঁ। মোৰ ৰজাক মই কাকো নিবলৈ নিদিওঁ।"

—"এৰা! লিখক স্বামী হলে খুব ভাল। তেওঁলোকৰ পৰা মৰম পোৱা যায়। ভাল ভাল নামো পোৱা যায়।"

—"তই কেনেকৈ জানিলি?"

—"মই জানো। লিখকৰ মূলধন হল অনুপ্ৰেৰণা। অনুপ্ৰেৰণাক তেওঁলোকে জীয়াই ৰাখিবলৈ চেষ্টা কৰে নিজৰ সকলো দি হলেও। কাৰণ, অনুপ্ৰেৰণা নহলে তেওঁলোকৰ লিখা অচল।"

বীণাৰ কথাত উষাৰ বৰ ভাল লাগিল। বীণাই সকলো কথা বুজি পায়। সেয়েহে তাইক বৰ ভাল লাগে। তাই কিতাপখন বীণালৈ আগবঢ়ালে। বীণাই হাতপাতি লবলৈ ধৰোঁতে কিতাপখনৰ মাজৰ পৰা চিঠি এখন স'ৰি পৰিল। চিঠিখনৰ ওপৰত উষাৰ নাম লিখা আছিল। তাই পঢ়িবলৈ ধৰিলে! বীণা ওচৰতে থিয় হৈ থাকিল।

অমিতাভে লিখিছে—

মৰমৰ উষা!

তুমি যেতিয়া চিঠিখন পঢ়িবলৈ লবা, তেতিয়া হয়তো মই বহুদূৰ পামগৈ। হলেও অলপ ধৈৰ্য্য ধৰি শেষলৈকে পঢ়িবা।

তুমি মোক বেয়া পাবা জানো, তথাপি উপায় নাই। কোনোবাই অভিমান কৰিলে অভিমান ভাঙিবৰ ক্ষমতা মোৰ নাই। অভিমান কৰিবলৈ শিকিছোঁ, কিন্তু অভিমান ভাঙিবলৈ শিকা নাই। ইমানদিনে কোনেও নিশিকালে। কোনেও আঙুলিয়াই নিদিলে মোৰ এই দোষ।

তোমাক মই আমনি দিছোঁ। তোমাৰ অশান্তিৰ মূলতেই মই।

ঘটনা যে ইমান দূৰ আগবাঢ়িব, মই ভবা নাছিলোঁ। তুমি ভাবিছিলাঁ, মই এই চহৰখনৰে মানুহ। দুয়োৰে গতিপথ একে।

যিদিনা তুমি মোক লগ পোৱা, সিদিনাই প্ৰথম মই এই চহৰখনলৈ আহিছিলোঁ। আজি দুমাহ হ'ল। দুমাহৰ মূৰত আজি আকৌ আঁতৰি যাবলৈ ওলাইছোঁ। এই দুমাহেই তোমাৰ লগত ফুৰিলোঁ, তোমালোকৰ ঘৰলৈ গলোঁ আৰু সুখ-দুখৰ কথা পাতিলোঁ। তোমাক মোৰ খুব নিজৰ যেন লাগিছিল। আজি তোমাৰ কাষৰ পৰা আঁতৰি যাব লগা হোৱাত মনত দুখ লাগিছে। ভাবিছিলোঁ, তোমাক এটা মূল্যবান বস্তু দি যাম। চেষ্টাও কৰিছিলোঁ, কিন্তু একোকেই কৰিব নোৱাৰিলোঁ। মোৰ শেষ সম্বল, এই "মদাৰে উচুপে" খন। ইয়াত বাহিৰে মোৰ আন একোৱেই নাই। যোৰহাট চহৰত দুমাহ ব্যৱসায় কৰি লাভত পালোঁ, 'মদাৰে উচুপে'ক। এইখনক তুমি আদৰ কৰিবা, ঠিক মোক যেনেকৈ কৰিছিলা।

সেই দিনটোৰ কথা তোমাৰ মনত পৰেনে, সেই যে মোৰ মণি বেগখন পাইছিলা, স্কুলৰ পৰা যাওঁতে। মই ইচ্ছা কৰিয়েই সেইখন পেলাইছিলোঁ, তোমাৰ লগত চিনাকি হোৱাৰ আশাত।

তাৰ পিচত আমাৰ চিনাকি হল। তুমি মোৰ কাষ চাপি আহিলা। মোৰ আগত তোমাৰ অন্তৰৰ কথাবোৰ কৈ যাবলৈ ধৰিলা। মই শুনি গলোঁ। তুমি তেতিয়া মোৰ নিচেই কাষত।

তোমাৰ মুখত ঘৰ সংসাৰৰ কথা শুনি মোৰ হাঁহি উঠিছিল। সুখৰ ঘৰ এখন কোনে বাৰু আশা নকৰে। ময়ো কৰিছিলোঁ এদিন, ঠিক তোমাৰ দৰেই। পিচে মোৰ আশাক ৰূপ দিবলৈ নোৱাৰিলোঁ। যোগাৰ হৈ নাহে। কেতিয়াবা খেৰ গোটাব পাৰিলেও বাঁহৰ কাৰণে হাহাকাৰত পৰিবলগীয়া হয়। শেষত আমনি লাগি ঘৰ বন্ধাৰ আশা এৰি দিলোঁ। আজি আৰু মোৰ সেই আশা নাই। সকলো মানুহেই ঘৰ-সংসাৰ পাতিব নোৱাৰে। সকলোৰে শক্তি সমান নহয়। কিছুমানে পাৰে, কিছুমানে নোৱাৰে। যিসকলে ঘৰ সংসাৰ পাতিবলৈ সক্ষম হৈছে, নোৱাৰাসকলে তেওঁলোকক আমনি দিবলৈ যোৱাটো অনুচিত।



তোমাক মই, মোৰ নিচেই কাষলৈ আনিছিলো। তুমি মোক ভুল বুজিছিলা। তুমি ভাবিছিলা, এইবাৰ মই সংসাৰ পাতিম। কিন্তু সেয়া নহয়। ঘৰ পতাৰ আশা মোৰ মুঠেই নাই। তোমাক্ মই ভাল পাইছিলোঁ, ভনীৰ দৰে। আজিও তোমাক ভাল পাওঁ। মই আঁতৰি গলেও, মোৰ মনটো তোমাৰ ওচৰতে থাকিল। আমাৰ চেনেহৰ সোঁতটো সদায় বৈ থাকিব। ভাই-ভনীৰ মাজত থকা চেনেহখিনি কাঢ়ি নিবলৈ কোনো নাহে। বিশেষ নাই। মোৰ মৰম লবা।

—ইতি

তোমাৰ

দাদা

"অমিতাভ"

চিঠিখন পঢ়ি উষাই কান্দিবলৈ ধৰিলে। চেষ্টা কৰিও বীণাই তাইক বুজাব নোৱাৰি কিতাপখন হাতত লৈ ঘৰলৈ গুচি আহিল।

বীণা যোৱাৰ বহুপৰৰ মূৰত তাই শান্ত হল। অমিতাভৰ কথা জোৰকৈ মনৰ পৰা আঁতৰাই তাই পঢ়িবলৈ ললে। কিন্তু পঢ়াত মন বহাব নোৱাৰিলে। পঢ়িবলৈ লোৱা কিতাপখনৰ প্ৰতি পাতে পাতে তাই অমিতাভকহে দেখিবলৈ পালে। কিতাপখন জপাই থৈ তাই জ্বলি থকা লেমটোলৈ একেথিৰে চাই থাকিল। লেমটো ধিমিক্-ধামাককৈ জ্বলি আছে। বোধহয় তেল বেছি নাই। অলপ পিচতে নুমাই যাব। লেমটোৱে আমনি দিয়া বাবে তাইৰ খং উঠিল। সিও যেন তাইক আজি বিদ্ৰূপ কৰিছে। লেমটো নুমাই, তাই বিচনাত শুই পৰিল।

কিন্তু তাইৰ টোপনি নাহিল। অমিতাভৰ কথাবোৰহে তাইৰ মনলৈ আহিবলৈ ধৰিলে। বীণাৰ কথাই সঁচা। অমিতাভে তাইৰ লগত অভিনয় কৰিলে। অভিনয়! তাইৰ লগত অভিনয়! তাইৰ লগত অভিনয় কৰাৰ কি আৱশ্যক আছিল। তাই জানো তাক

পাহৰিব পাৰিব। অমিতাভ পুৰুষ মানুহ। দুদিন পিচতে উষাৰ কথা তাৰ মনৰ পৰা আঁতৰি যাব। হয়তো উষাৰ কথা তাৰ মনতে নপৰিব। কিন্তু তাই! তাই যে গোটেই জীৱন জ্বলি পুৰি মৰিব লাগিব। অমিতাভ স্বাৰ্থপৰ। ভীষণ স্বাৰ্থপৰ সি। নহলে সি তাইক এইদৰে এৰি যাব কিয়?

বীণাই ৰাতিৰ ভিতৰতে কিতাপখন শেষ কৰিলে। পঢ়িবলৈ লৈ তাই আধাপঢ়াকৈ থব নোৱাৰিলে। মাজনিশাহে তাই কিতাপখন শেষ কৰিব পাৰিলে। শেষ হোৱাত কিতাপখন জপাই, তাই ভাবিবলৈ ধৰিলে। 'মদাৰে উচুপে'ৰ নায়ক 'ৰজা' আৰু নায়িকা হল 'মমতা'। অমিতাভে নিজে ৰজাৰ অভিনয় কৰা নাইতো! আৰু মমতা! বেচেৰীৰ দুখ! তাই ৰজাক খুব ভাল পাইছিল। কিন্তু ৰজাই তাইক এৰি গুচি গ'ল।

গোটেই কাহিনীটো তাইৰ চকুৰ আগত ভাঁহি উঠিল।

কোনোবা এটা শান্ত সন্ধিয়াত ৰজাই মমতাক লগ পায়।

মমতাৰ লগত তাৰ পৰিচয় হল। দুদিন পিচতে দুয়ো দুয়োৰে আপোন হৈ পৰিল। দুয়ো একেলগে ফুৰে। কথা কয়। হাঁহে।

ৰজামৈদামত এন্ধাৰ নামে। এন্ধাৰৰ ক'লাৰেখাবোৰৰ মাজত বহি থাকে ৰজা আৰু মমতা। এন্ধাৰ গাঢ় হৈ আহে। সিহঁতৰ মনতে নাথাকে।

সিহঁতৰ প্ৰীতিৰ সোঁতটো ক'তো ঠেকা নোখোৱাকৈ বৈ যায় ধীৰে ধীৰে।

গধূলি হলেই মমতাৰ গা'ত তত নেথাকে। নিজকে ধুনীয়াকৈ সজাই লৈ তাই দৌৰ দিয়ে ৰজাৰ ওচৰলৈ। বহু ৰাতিলৈকে ৰজামৈদামৰ দুবৰিৰ ওপৰত দুয়ো বহি থাকে। কেতিয়াবা খুব ভাগৰ লগা যেন দেখুৱাই মমতা শুই পৰে ৰজাৰ কোলাতে। ৰজাই তাইৰ চুলিবোৰ হাতখনেৰে পিহি পিহি কোমল সুৰত মাতে—

"মমতা!"



—"উঁ।"

—"ঘৰলৈ নোযোৱা জানো? বহু ৰাতি হল।"

—"অলপ ৰব দেই। মূৰৰ বিষ কমা নাই।" তাই বাগৰ সলাবলৈ গৈ, অমিতাভৰ বুকুৰ মাজত তাইৰ মূৰটো সোমাই দিয়ে। অমিতাভে তাইৰ হালি পৰা মূৰটোক দুহাতেৰে সাবটি ধৰে।

মমতাক তাইৰ বন্ধুবোৰে জোঁকায়—"কালি নিশা কাৰ লগত ফুৰিছিলি?"

—"ৰজাৰ লগত।" তাই উত্তৰ দিয়ে। ৰজাৰ লগত ফুৰা বুলি কবলৈ তাইৰ লাজ নেলাগে। বৰং ভাল হে লাগে।

—"চাবি দেই। ৰজামৈদামৰ অন্ধকাৰত ৰজা পিচে চঞ্চল হৈ পৰে।" আন এজনীয়ে হাঁহি হাঁহি কৈ উঠে।

তাই একো নেমাতে। ৰজা চঞ্চল হৈ পৰিলেই ভাল। তাক চঞ্চল কৰি তুলিবলৈ মমতাৰ যে ক'ত চেষ্টা! ৰজাক চঞ্চল কৰি তুলিবলৈ তাই কিমান যে কৌশল ললে। কেতিয়াবা তাইৰ নিজৰেই লাজ লাগি যায়। ৰজাৰো মুখখন লাজতে ৰঙা পৰি উঠে, তাইৰ খোলা বুকুখন দেখি। কিন্তু সি চঞ্চল হৈ নপৰে। তাইক বুজাবলৈ গৈ সি কৈ উঠে—"নাপায় নহয় ৰাণী, এইবোৰ কৰিবলৈ। তুমি তেনেকুৱাখন কিয় কৰিছা?"

অভিমানত তাই তলমূৰ কৰে। ৰজা তাইৰ কাষ চাপি আহে। তাই, মূৰটো ৰজাৰ বুকুত হেঁচি ধৰি চকুদুটা মুদি দিয়ে। ৰজাই হাঁহে। মমতাৰ কাণ্ড দেখি সি নহঁহাকৈ থাকিব নোৱাৰে।

দিন বাগৰে।

ৰজামৈদামৰ বুকুৰ দুবৰিবনবোৰ সিহঁতৰ পৰিচিত হৈ যায়। ৰজা আৰু মমতাক দেখি সিহঁতে এতিয়া তলমূৰ নকৰে।

এদিন সন্ধিয়া। দুবৰিবনৰ ওপৰত মমতাই, ৰজাৰ কোলাত মূৰ থৈ শুই আছে। ৰজাই তাইৰ কোমল গাল দুখন লাহে লাহে পিহি দিবলৈ ধৰিছে। হঠাতে তাই ৰজাৰ মূৰটো তাইৰ

বুকুৰ ওপৰলৈ টানি আনিলে। ৰজাই কোনোমতে তাইৰ হাতৰ পৰা মূৰটো এৰুৱাই কলে—"তুমি এইবোৰ কি আৰম্ভ কৰিলা ৰাণী ?"

মমতাই একো নেমাতিলে।

—"এইবোৰ মই বেয়া পাওঁ। তুমি নুবুজা কিয় ?"

—"কি বুজিব লাগে !" মমতাই প্ৰায় চিঞৰিয়েই উঠিল। তাইৰ গোটেই দেহটো উত্তেজনাত কঁপি আছিল তেতিয়াও।

—"এইবোৰ ! যিবোৰ তুমি কৰিব ধৰিছা।" ৰজাই শান্ত ভাবেৰে কলে।

—"কোনোৱে, কোনোদিনে নকৰা কাম কৰিবলৈ মই যোৱা নাই, নহয়। নাৰীয়ে পুৰুষক ভাল পায়। এইটো চিৰন্তন সত্য। পুৰুষ নহলে নাৰী জীয়াই থাকিব নোৱাৰে। পুৰুষ সত্বাৰ অবিহনে নাৰী সত্বা বিফল। যি পুৰুষে নাৰীৰ আহ্বান বুজিব নোৱাৰে, অথবা বুজিও নুবুজাৰ অভিনয় কৰে, তেওঁ পুৰুষ নহয়, কাপুৰুষ। কাপুৰুষক মই ঘিণ কৰোঁ।"

—"তোমাৰ খং উঠিছে কিয় ৰাণী ? খং কৰিব জানো পায়। কামনা চৰিতাৰ্থ কৰাইহে জানো আচল কথা। তাৰ বাহিৰে জানো অন্য একো নাই।"

—"সেইবোৰ মোক কব নালাগে।" মমতা উঠি বহিল।

—"মই কিন্তু তোমাৰ পৰা অন্য কিবাহে বিচাৰিছিলোঁ, ৰাণী। তুমি মোক ভাল পাবা। মৰম কৰি মাতিবা। তাতেই মোৰ তৃপ্তি। সেয়াই মোৰ কামনা। তুমি মোৰ কাষত আজি যেনেদৰে আছা, সদায় তেনেকৈয়েই থাকিবা। তুমি যে ফুল। তোমাৰ পাহিবোৰ খুব কোমল। মানুহৰ হাতৰ পৰশত তোমাৰ ৰংচঙীয়া পাহিবোৰ এদিন স'ৰি পৰিব। গা'ত লাগিব ক'লা চেকা। সেই চেকা গাৰ পৰা কেতিয়াও আঁতৰি নাযায়। তেতিয়া তুমি জানো আজিৰ দৰেই হৈ থাকিবা। মই কেনেকৈ সহ্য কৰিম,



তোমাৰ কোমল মুখখনত বিষাদৰ স্পষ্টৰেখাবোৰ দেখি। তুমি মোক খং নকৰিবা ৰাণী। তুমি মোৰ সদায় আপোন। তোমাক নষ্ট হৈ যাবলৈ মই কেতিয়াও দিব নোৱাৰোঁ।"

মমতাই তাৰ কথাবোৰ শুনি হাঁহিলে। তাৰ পিচত তাই ঘৰলৈ উভতি আহিল।

পিচদিনাখন, ৰজাই অকলে অকলে ৰজামৈদামত ঘূৰি ফুৰিলে বহুত ৰাতিলৈকে। লগত মমতা নাই। কিছুপৰ বহি থাকি সি ধীৰে ধীৰে নামি গল ৰজামৈদামৰ পৰা।

ৰজামৈদামৰ বুকুৰ দূবৰিবনবোৰৰ আনন্দ। সিহঁতে এতিয়া ডাঙৰকৈ মেল পাতিব পাৰিছে। আন মানুহে নুশুনে। সিহঁতৰ ওপৰত বহিবলৈও নাহে কোনেও।

দূবৰিবনবোৰৰ আনন্দ দেখি ওচৰতে থকা মদাৰগছডালৰ বেজাৰ লাগে। ৰজালৈ দুখ লাগে তাৰ। ৰজাক সি খুব ভাল পাইছিল। ৰজাৰ কথাবোৰ তাৰ নিজৰ কথা যেন লাগিছিল। মমতাক কিন্তু তাৰ ভাল নালাগে। তাইৰ কথাবোৰ শুনি তাৰো লাজ লাগি যায়।

ৰজাক মমতাই ভাল নাপালে, সি কাপুৰুষ বুলি। ৰজাই বিচাৰে মনৰ মিলন। এযাৰ মৰমৰ মাত। মমতা কিন্তু নিজৰ দেহাটোক লৈয়েই ব্যস্ত। নিজকে সন্তুষ্ট কৰাৰ চেষ্টাত তাই আকুল।

মদাৰ গছডালৰ ওচৰতে আমগছ এডাল আছে। আমগছডালক অসংখ্য লতাই আগুৰি আছে। মদাৰ গছডালত এডালি লতাও নাই। তাৰ কাষলৈ কোনো নাহে। আনন্দত মতলীয়া হৈ থকা আমগছজোপালৈ কেৰাহীকৈ সি চায়। এৰা, সি বৰ দুখী। তাৰ নিজৰহে একো নাই। কোনেও তাৰ খবৰ নকৰে। সিও কাপুৰুষ নেকি ? মনলৈ তাৰ বেজাৰ আহে।

অলপ পিচতে বজাৰ শান্ত কথাবোৰ তাৰ মনত পৰে। 'এযাৰ চেনেহৰ মাত'। সিয়োতো ইয়াকেই বিচাৰে। বজা আৰু তাৰ উদ্দেশ্য তেনেহলে একেই। তাৰ মনটো ভাল লাগি আছে। বজাদেদামত সি অকলশৰীয়া নহয়, বজাও আছে।

সিদিনা সি বজাক অকলে অহা দেখিলে। ভাবিলে কিবা কাৰণত মমতা অহা নাই। তাৰ পিচদিনাখন বজাকো সি দেখা নাপালে। বহুত ৰাতিলৈকে অপেক্ষা কৰি শেষত সি শুই থাকিল।

এদিন দুদিনকৈ কেইবাটাও দিন পাৰ হৈ গ'ল। বজা নাই। তাৰ বন্ধু নাই।

মদাৰে উচুপে। মাজনিশা মদাৰৰ উচুপনিত শুই থকা দূৰৰি বনবোৰ চমকি উঠে।

ভাবোঁতে ভাবোঁতে, বীণাৰ চকুপানী ওলাল। বজা আৰু মমতাৰ কাহিনীয়ে তাইৰ মনত দুখ দিলে।

উবাৰে তাইৰ বেজাৰ লাগিল। বেচাৰীয়ে কিমান আশা কৰিছিল তাৰপৰা। কত ৰঙীণ কল্পনা সাজিছিল তাই মনে মনে! সকলোকে শেষ কৰি সি গুচি গ'ল। উবাৰ কথা এবাৰো সি ভাবি নাচালে।

লিখকবোৰ সঁচাকৈয়ে অদ্ভুত। সিহঁতৰ মনবোৰো আচৰিত। অভিজ্ঞতাৰ কাৰণেহে সিহঁত আমাৰ ওচৰলৈ আহে। দুদিন ঘূৰি মেলি যিখিনি পায়, সংগ্ৰহ কৰি লৈ আঁতৰি যায়। নাৰীৰ মোহ সিহঁতৰ নাই। সিহঁতে যে কি বিচাৰি ফুৰে তাই নিজেই কব নোৱাৰে।

ক্ষন্তেকৰ দেখা হলেও, অমিতাভক তাইৰ ভাল লাগিছিল। তাৰ মোহলগা কথাবোৰ শুনি তাই তৃপ্তি পাইছিল। ইমান মিঠা কথা কয় সি।

সৰু ল'ৰাৰ নিচিনা লেনিয়াই লেনিয়াই সি কথা পাতিছিল। হাহোঁতে, ৰঙা ওঁঠদুটাৰ মাজেৰে বগা দাঁতবোৰেও হাঁহিছিল। তাই চাই আছিল্।



তাৰ পিচত, সিহঁত ওলাই আহিছিল। বাটত সি খুব হুঁহুৰাইছিল। তাৰ হাঁহি উঠা কথাবোৰ শুনি নহহাঁকৈ সিহঁতে থাকিব নোৱাৰিছিল।

নাম কীৰ্ত্তন তেতিয়াও চলি আছিল। সিহঁতক অলপ সময় ববলৈ কৈ চোতাললৈ সি সোমাই গৈছিল। তাৰ পিচত হাঁহি হাঁহি আকৌ ওলাই আহিছিল। সি অহাত, উবাই কৈছিল, তাৰ ঘৰ বিচাৰি মক্সিলত পৰাৰ কথা।

—"অ, সেইজন ৰামলাল। নতুনকৈ আহিছে।" অমিতাভে হাঁহি হাঁহি কৈছিল। তাৰ পিচত সিহঁত আগবাঢ়ি গৈছিল।

বীণাই গাড়ীৰ গতি একেবাৰে কমাই দি ডেকাক মাতিলে। ডেকাৰ চকু মুদ খাই আছে। হয়তো ভাবিছে, অহাকালি সি বন্ধুসকলৰ আগত আজিৰ ঘটনাটোক কেনেকৈ ৰঙীন কৰি বৰ্ণাব। কত যে কি কব। নিজকে ৰাজকুমাৰ সাজিব। আজি কালিৰহে ডেকা। সিহঁতৰ কাৰণে ধুনীয়া ছোৱালীৰ গাড়ীত চেপা খোৱাটো এটা বিৰাট সৌভাগ্যৰ কথা। সিহঁতে নতুন জীৱনৰ আৰম্ভণীটো নাটকীয় ৰূপে কৰিবলৈ বিচাৰে।

এওঁ কোনোবা কবি যদি! কবি! হঠাতে তাই চমকি উঠিল। বুকুখন তাইৰ কঁপিছিল। চাদৰৰ আগটোৰে মুখৰ ঘামবোৰ মচি, ডেকাৰ মুখখন তাই ভালকৈ চালে। কবি যেন নেলাগেচোন!

কবিক তাইৰ ভয় লাগে। খুব ভয় লাগে।

ভয়ঙ্কৰ বৰুৱালৈ তাইৰ মনত পৰে। সিহঁতৰ স্কুলৰে শিক্ষক তেওঁ। তেওঁক সকলোৱে কবিমাষ্টৰ বুলি মাতে।

ভয়ঙ্কৰ বৰুৱাৰ মুখখন তাইৰ চকুৰ আগত ভাহি উঠে। এসোপা চুলিৰ মাজত লুকাই থকা সৰু মুখখনৰ কথা মনত পৰিলে তাইৰ বুকু কঁপে।

এদিনৰ কথা।

স্কুলৰ পৰা খোজ কাঢ়ি তাই ঘৰলৈ ওভতিছিল। অলপ দূৰ অহাৰ পিচত, কবিমাষ্টৰৰ মাত শুনি তাই বৈ গৈছিল। কবিমাষ্টৰ তাইৰ কাষলৈ আহিছিল।

তাই একো বুজিব পৰা নাছিল। কবিমাষ্টৰে হাঁহিছিল। তাৰ পিচত সুধিছিল—"মোৰ কবিতাটো পঢ়ি কেনে পালা?"

তাই একেথিৰে তেওঁৰ মুখৰ পিনে চাই ৰৈছিল।

—"পঢ়িবা। 'নতুন যুগ'ত ওলাইছে।"

তাৰ পিচত তাই আঁতৰি গৈছিল। সিদিনা গধূলি, তাই 'নতুন যুগ' এখন কিনি নিছিল। কবিমাষ্টৰৰ কবিতাটো পঢ়ি তাই হাঁহিছিল। কবিতাটো এতিয়াও তাইৰ মনত পৰে! কবিতাটোৰ নাম আছিল—"ৰঙা পোহৰ।"

মুখৰ ভিতৰতে তাই "ৰঙা পোহৰ"ৰ আবৃত্তি কৰিবলৈ ধৰিলে—

"ভাত হ'ল স্বপ্না!
নাই হোৱা?
কোনো কথা নাই,।
এতিয়া ন হে বাজিল।
বলা না স্বপ্না, অলপ ফুৰি আহোঁ,
সৌ পাহাৰখনৰ পিনে।
ৰঙা পোহৰ দেখিছা?
দেখা নাই?
সৌ চোৱা, পাহাৰখনৰ সিপাৰে
সৌবোৰ ৰঙা পোহৰ।
ৰঙা আৰু ৰঙা। কেবল ৰঙা।
(আমাৰ শান্তিৰ কপৌটি ক'ত, স্বপ্না!)
আকাশখনলৈ চোৱাচোন!
কি দেখিছা?
তৰাবোৰ!



এৰা, নীলাকাশত কেবল তৰা আৰু তৰা।
(চেনাইটি ঐ তোলৈ মোৰ মনত পৰে। ৰাতি মোৰ টোপনি নাহে।)
ৰাতি কেতিয়া পুৱাব
আমাৰ জীৱনৰ?
পুৱাব জানো?
এৰা, কেতিয়া পুৱাব আমাৰ ৰাতি!
কেতিয়া আঁতৰি যাব ক'লা কাউৰীবোৰ!"

পিচদিনাখন, আগৰ ঠাইতে কবি মাষ্টৰে তাইক লগ ধৰিছিল। তাৰ পিচত তাইক সুধিছিল—"ৰঙা পোহৰ কেনে পালা?"

—"খুব ভাল।" মিছা কথাষাৰ কৈ দিছিল তাই।

তাৰ পিচত দুয়ো আগবাঢ়ি গৈছিল। কবিমাষ্টৰে কথা কৈ আছিল।

—"তুমি বাৰু কি ভাল পোৱা? কবিতা নে গল্প?"

—"কবিতা।" কবিমাষ্টৰক ভাল লগাবলৈ তাই কৈছিল।

—"ওঁ। কবিতাত প্ৰাণ আছে। জীৱন আছে।" কবি মাষ্টৰ গহীন হৈ গৈছিল।

—"তুমি বাৰু কাৰ কবিতা ভাল পোৱা?"

তাই মনে মনে আছিল।

—"গীতাঞ্জলী পঢ়িছা? খলিল জিব্ৰানৰ কবিতা? তেনেহলে কি পঢ়িছা?"

—"সপোনৰ সুৰ। বনফুল। সাদৰী।" তাই লাহে লাহে কৈছিল।

—"কবিতাৰ মাজেৰে জীৱনক পাব বিচাৰিলে ইংৰাজী কবিতা পঢ়িবা। 'কীট্চ'ৰ কবিতা পঢ়িছা?"

—"নাই পঢ়া। বুজি নেপাওঁ।"

—"বুজি পাবা। অভ্যাস কৰিলে সকলো বুজি পাবা।"

তাৰ পিচত তাই ঘৰলৈ উভতি আহিছিল।

পিচদিনাখন তাই স্কুললৈ গাড়ীখন লৈ গৈছিল। ভাবিছিল, স্কুলৰ পৰা পোনেই ঘৰলৈ গুচি আহিব। তেতিয়া হলে কবিমাষ্টৰৰ হাতৰ পৰাও ৰক্ষা পৰিব। কিন্তু, তাই ভবা মতে নহ'ল।

স্কুল ছুটীৰ পিচত, গাড়ীত উঠিবলৈ ধৰোঁতে, কবিমাষ্টৰক দৌৰি অহা দেখি তাই আচৰিত হৈ গৈছিল। কবিমাষ্টৰে হাঁহি হাঁহি কৈছিল—"গাড়ীখন আনিছা? ভালেই হ'ল দিয়া। বলা, আজি অলপ দূৰলৈ ফুৰিবলৈ যাওঁ।"

বীণাই গাড়ী চলাইছিল। তেওঁ তাইৰ কাষতে বহিছিল।

চহৰ এৰি সিহঁত বহুদূৰ পাইছিল গৈ।

গহীন বননিৰ মাজত সিহঁত গাড়ীৰ পৰা নামিছিল।

ঘাঁহনিডৰাৰ ওপৰত ৰুমালখন পাৰি দি কবিমাষ্টৰে কৈছিল —"বহা।"

ৰুমালখন আঁতৰাই তাই বহিছিল। তেৰোঁ বহিছিল।

—"মোৰ বিষয়ে তুমি কি ভাবা?" কবিমাষ্টৰ তাইৰ কাষ চাপি আহিছিল।

তাই মনে মনে আছিল।

—"মই উন্নতি কৰিব পাৰিম জানো?" কবি মাষ্টৰে আকৌ সুধিছিল।

—"পাৰিব চাৰ।" তাই মনে মনে হাঁহিছিল।

—"এৰা! ময়ো ভাবো, মই উন্নতি কৰিব পাৰিম! মোৰ মনত বহুত আশা আছে। বহুত আশা। কিন্তু ৰূপ দিবলৈহে টান।"

—"চেষ্টা কৰক চাৰ।"

—"নহয়, কবিতা লিখিবলৈ অনুপ্ৰেৰণা লাগে। বায়ৰণৰ কবিতা পঢ়িছা, নহয়। তেওঁ সত্য কথাকেই লিখিছিল। তেওঁৰ জীৱনটোও আছিল তেনেকুৱা। কবিতাৰ মাজত থাকিলেহে কবিতা লিখিব পাৰি।"



একোকে নুবুজি তাই কবি মাষ্টৰৰ মুখৰ পিনে চাই ৰৈছিল।

—"কবিয়ে বিচাৰে এখনি মৰমী হিয়া। এযোৰা চকুৰ মৰম-লগা চাৱনী। সেয়ে কবিৰ একমাত্ৰ কাম্য। তাতেই কবিয়ে বিচাৰি পায়, কবিতাৰ ছন্দ। এখনি মৰমী হিয়াৰ কাষত বহি, কবিয়ে কবিতা লিখে। জীৱনটোক দিয়ে নতুন ৰূপ। কবি হয় অমৰ। সেইয়া মৰমী হিয়াখনৰে দান।"

কবি মাষ্টৰৰ হাত এখন তাইৰ পিঠিত লাগিছিল। হাতখন আঁতৰাই, তাই কবি মাষ্টৰৰ মুখৰ পিনে চাই আছিল।

—"ওমৰ খায়ামৰ কবিতা পঢ়িছা নহয়? ক'ৰপৰা পালে তেওঁ এনে প্ৰেৰণা। কোনে তেওঁক কৰিলে অমৰ।"

কবি মাষ্টৰে তাইৰ মূৰটো দুহাতেৰে সাৱটি ধৰিবলৈ ধৰোঁতে তাই উঠি বহিল। খুব খং উঠিছিল তাইৰ।

কবি মাষ্টৰে কিন্তু তেতিয়াও হাঁহি আছিল।

জোৰেৰে তাই গাড়ীখন চলাই দিছিল। পিচপিনৰ পৰা মাষ্টৰে চিঞৰিছিল।

কি অদ্ভুত মানুহ। এতিয়াও ভয় লাগে তাইৰ, কবিমাষ্টৰৰ কথা মনত পৰিলে।

কবি, তাই বহুত দেখিছে। কিন্তু কবিমাষ্টৰৰ দৰে কবি হলে দেখা নাই। কবিতা তাই ভাল পায়। আহৰি সময়ত তাই কবিতা আবৃত্তি কৰে।

'হেম ককাইদেউ' আৰু 'নবদা'ৰ কবিতা তাইৰ ভাল লাগে। 'নলিনী বাইদেউ'ৰ কবিতাই তাইৰ চকুদুটা সেমেকাই তোলে। 'ৰঘু ককা'ৰ কবিতাই তাইক লৈ যায় আন এখন পৃথিবীলৈ।

আৰু কবিমাষ্টৰৰ কবিতাই?

বীণাই গাড়ী ৰখাই ডেকাৰ গাত হাত দি মাতিলে—"আপোনাৰ ঘৰটো কোন খিনিত?"

বীণাৰ হাতৰ পৰশ পাই সি চমকি উঠিল। কিছুসময় সি একোকে কব পৰা নাছিল। বীণাই তাক গাত ধৰি মাতোতে গাটো গৰম পাইছিল। তাৰ চকুছুটাও ৰঙা পৰিছিল। তেজতো কম যোৱা নাই। তালৈ তাইৰ মৰম লাগিল। তাই মিছাকৈয়ে ভাবিলে এইবোৰ কথা।

তাই এইবাৰ লাহেকৈ সুধিলে—"আপোনাৰ ঘৰ।"

—"ওঁ, মোক ইয়াতে নমাই দিয়ক। আমি অলপ আগবাঢ়ি আহিলোঁ। ৰেল লাইন পাৰ হৈয়েই এখন পাণ-তামোলৰ দোকান পোৱা যায়। তাৰ কাষতে মোৰ ঘৰটো।" সি নামিবলৈ খুজিলে।

—"নামিব নালাগে। গাড়ীখন ঘূৰাবলৈ দিয়ক।" বীণাই গাড়ীখন অলপ আগলৈকে নি, ঘূৰাই, আকৌ যাবলৈ ধৰিলে।

পাণ-তামোলৰ দোকানখন পাওঁতে সি কলে—"ইয়াতে ৰাখক। সৌটো মোৰ ঘৰ।" সি দোকানৰ পৰা অলপ আতঁৰৰ ঘৰ এটালৈ আঙুলিয়াই দেখুৱালে।

বীণাই তাক গাড়ীৰ পৰা নমালে। সি তেতিয়া একেবাৰে অস্থিৰ হৈ পৰিছিল। তাই তাক ঘৰটোলৈ লৈ গ'ল। ঘৰটোৰ দুৱাৰখন এনেয়ে জপাই থোৱা আছিল। ঘৰৰ অৱস্থা দেখি তাই আচৰিত হৈ গ'ল। এনে ঘৰতো যে মানুহ থাকে তাই ভাবিবই পৰা নাছিল। দুৱাৰখন মেলি তাই ভিতৰলৈ চালে। ভিতৰত মাথো বাহঁৰ চাঙ এখন। বিছনাখন জোঁকাৰি তাই তাক শুৱাই থলে। শুবলৈ পাই সি অলপ সকাহ পালে।

ইফালে সিফালে চাই কাকো নেদেখি বীণাই তাক সুধিলে—"আপোনাৰ মা-দেউতা ক'ৰবালৈ গৈছে নেকি?"

—"মা-দেউতা নায়েই।" সি হাঁহিলে। খুব করুণ হাঁহি। "মই ইয়াত অকলেই থাকোঁ।" তাৰ কথাত বীণা চমকি উঠিল। দুখ লাগিল তালৈ। তাৰ অৱস্থালৈ চাই, তাক অকলে এৰি



যাবলৈ বীণাৰ বেয়া লাগিল। কিবা লগা হলে কোনে দিব। ৰাতি যদি অসুখ বেচি হয়! তাই আৰু ভাবিব নোৱাৰিলে। তাৰ মূৰ শিতানলৈ গৈ তাৰ মূৰত তাই ধীৰে ধীৰে হাত বুলাবলৈ ধৰিলে। দুৰ্ব্বল হৈ পৰা কাৰণে তাৰ টোপনি অহা যেন হৈছিল। বীণাৰ হাতৰ পৰশত সি চকু মেলি চালে। তাই তেতিয়ালৈকে তাৰ লগত আছে বুলি সি ভাবিবই পৰা নাছিল। সি তাইৰ হাতখন তাৰ মূৰৰ পৰা এৰুৱাই কলে—"মোৰ মা দেউতা নহলেও, আপোনাৰ নোহোৱা নহয়। ঘৰলৈ যাওকগৈ আপুনি। তেওঁলোকে চিন্তা কৰি থাকিব।"

তাৰ কাষৰ পৰা লাহে লাহে তাই আঁতৰি আহিল।

মাক দেউতাকক দেখুৱাই বীণা পঢ়া কোঠালীত সোমাল যদিও, পঢ়াত তাইৰ মুঠেই মন নবহিল। বাৰে বাৰে তাইৰ আবেলিৰ কথাবোৰহে মনত পৰিব ধৰিলে। কেনেকৈ তাই চকু মুদি দিছিল ল'ৰাটো গাড়ীৰ আগত পৰোঁতে, তাৰ পিচত তাই কি দেখিলে ইত্যাদি ভাবোঁতে ভাবোঁতে পঢ়িবলৈ লোৱা কিতাপখনৰ পৰা তাইৰ মনটো আতঁৰি গ'ল।

ডেকাজনৰ প্ৰতি তাইৰ অন্য ধাৰণা আছিল। তাই ভাবিছিল, সি নিশ্চয় কোনোবা ডাঙৰ মানুহৰ ল'ৰা। এনেয়ে ঘূৰি ফুৰিছে। ভাগ্যক্ৰমে তাইৰ গাড়ীৰ আগত চেপা খালে। কিন্তু এতিয়া তাইৰ সেই ভাব নাই। তাৰ প্ৰতি তাইৰ মৰম জাগিছে। পৃথিবীত নিজক বিলাই দি আনক বচোৱা মানুহো যে আছে, এই ডেকাজনেই তাৰ প্ৰমাণ।

জীৱনত তাই আজি প্ৰথম আনৰ কথা চিন্তা কৰিলে। লগে লগে নিজলৈ তাইৰ বিৰক্তি আহিল। তাইৰ ভিতৰত থকা অহঙ্কাৰ ভাবটো তাই বুজি পালে। কিতাপখন জপাই থৈ ঘৰৰ পৰা তাই ওলাই আহিল।

বীণা ডেকাজনৰ ঘৰ পালেহি। সিহঁতৰ ঘৰৰ পৰা ডেকাৰ ঘৰৰ দূৰত্ব খুব বেচি নহয়। তাই খোজ কাঢ়িয়েই আহিল। দেউতাকে গম পাব বুলি গাড়ীখন নানিলে।

এন্ধাৰৰ মাজত সি শুই আছিল। বীণাই যেনেকৈ দেখি গৈছিল, ঠিক তেনেকৈয়ে পৰি আছে। তাই দোকানখনৰ পৰা মম এডাল আৰু দিয়াচলাই এটা আনি মমডাল তাৰ মূৰশিতানৰ পিনে জ্বলাই দিলে। কোঠাটো মৃদু পোহৰেৰে ভৰি পৰিল। তাই ডেকাজনৰ মূৰত হাত দি চালে। খুব গৰম। গা'ৰ কাপোৰখন ভালকৈ দি তাই তাৰ কাষতে বহিল।

কিছু সময় পাৰ হৈ গ'ল। তাই তাৰ কাষত বহি আছে। এনেতে বেৰত ওলমি থকা ছবিবোৰ তাইৰ চকুত পৰিল। ছবি চোৱাৰ লোভ সামৰিব নোৱাৰি মমডাল হাতত লৈ তাই বেৰৰ কাষ পালেগৈ। বেৰত বহুতো ছবি ওলমি আছে। সকলোবোৰ হাতে অঁকা। প্ৰতিখন ছবিৰে তলত সৰুকৈ লিখা আছে 'কিশোৰ'। কোন কিশোৰ ওলাল এইজন তাই বুজিব নোৱাৰিলে। কোনো দিনেতো তাই শিল্পী কিশোৰৰ নাম শুনা নাই। ছবিৰ কাৰণে তাইৰো বৰ হেঁপাহ। নিজে আঁকেও কেতিয়াবা। কিন্তু ভালকৈ আঁকিব নেজানে। তাইৰ কোঠালীত অসংখ্য ছবি সংগ্ৰহ কৰি থৈছে। কিন্তু এইবোৰৰ তুলনাত তাইৰ কোঠালীত থকাবোৰ নগণ্য যেন লাগিল।

ছবি চোৱা শেষ কৰি তাই আকৌ তাৰ ওচৰলৈ আহিল। তেতিয়াও সি সাৰ পোৱা নাই। সি সাৰ পোৱালৈকে তাই অপেক্ষা কৰিবলৈ ধৰিলে। এনেতে তাইৰ ভাব হ'ল, গৰম পানী অলপ কৰি থব পাৰিলে কেনে হয়? যদি পানী খাব খোজে? ৰাতি যদি জ্বৰ বেচিকৈ উঠে! যদি পিয়াহ লাগে! কোনে গৰম কৰি দিব?

জুই ধৰিবলৈ বুলি তাই খৰি ডুডালমান গোটাই ললে। খৰি চাঙখনৰ তলতে আছিল। চৌকা মাথো এটা, ঠিক চাঙখনৰ ওচৰতে। তাইৰ অদ্ভুত লাগিল ইয়াৰ কাণ্ড দেখি। মানুহ এইদৰে থাকেনে? ক'ৰ বস্তু ক'ত পৰি ৰৈছে, তাৰ একো ঠিক নাই। একমাত্ৰ চৌকাটোৰ অৱস্থাও ডুখ লগা। যিথিনি আছে তাকেইতো ভালকৈ লব পাৰে। কি যে এলেহুৱা মানুহ! বিছনা-খনৰ অৱস্থা যি হে হৈ আছিল। চাদৰ এখন নাই। ধুতিৰ এফাল কাটি বিছনাৰ চাদৰ কৰি লৈছে। তাকো ভালকৈ থৱ পৰা নাই। তাইহে কোনোমতে জোকাৰি তাতে তাক শুৱাই থলে।

কেৰাচিন তেল অলপ চৌকাটোত ঢালি দি তাই খৰি এডালৰ আঁহবোৰ ভাঙ্গি ভাঙ্গি জাপি দিবলৈ ধৰিলে। জুই জ্বলি উঠাত তাই বাচন বিচাৰি গ'ল। ঘৰৰ একোণত এটা 'চচপেন' পৰি আছিল। ভিতৰখন লেতেৰা। বোধহয় সি ইয়াতে ভাত ৰান্ধে। পানী বা ক'ত গৰম কৰে? কিজানি তাৰ সেইবিলাক নায়েই। অকলশৰীয়া মানুহ। এইবোৰ জানো পুৰুষ মানুহৰ কাম। তাই সেইটোকে পৰিষ্কাৰ কৰি পানী বহাই দিলে।

তাই এইবাৰ ডেকাজনৰ ভৰিডুখনত হাত দি চালে। ভৰি-ডুখনো গৰম। গৰম পানীত গামোচা তিয়াই ভৰিডুখন মচি দিবলৈ বুলি তাই গামোচা বিচাৰিলে। ইফালে সিফালে চাই গামোচা নেপাই, তাই, বেৰত গজাল মাৰি ওলোমাই থোৱা পুৰণি কামিজ এটাকে লৈ আহিল।

কামিজটোৰ এটা মূৰ গৰম পানীত তিয়াই তাই চেপি ললে। তাৰ পিচত ডেকাজনৰ ভৰিডুখন মচি দিবলৈ ধৰিলে। এনেতে সি সাৰ পালে। তাইক দেখি আচৰিত হ'ল।

কামিজটো আকৌ গজালটোত ওলোমাই থৈ বীণাই গৰম পানী এগিলাচ আনি সুধিলে—"পানী অলপ খাব নেকি?"

সি ওঁঠ ডুটা লৰালে।

বীণাই পানীৰ গিলাচটো তাৰ শুকান ওঁঠ ডুটাৰ মাজত লগাই ধৰিলে। একে উশাহতে সি গোটেই গিলাচ পানী শেষ

কৰিলে। তাৰ খুব পিয়াহ লাগিছিল। তাই নহাহেঁতেন, তাৰ কি অৱস্থা হলহেঁতেন, ভাবি তাইৰ দুখ লাগিল।

পানীখিনি খাই সি অলপ ভাল পালে। তাই সুধিলে—"এতিয়া কেনে পাইছে?"

—"মূৰত খুব বিষ।" সি সেহাই সেহাই কলে।

তাই তাৰ মূৰটো পিহি দিবলৈ ধৰিলে।

অলপ পিচত সি কলে—"আপুনি ঘৰলৈ যাওক। ৰাতি বহুত হ'ল।" বীণাই বাহিৰলৈ চালে। ৰাতি তেতিয়া ভালেখিনি হৈছিল। যাবলৈ ওলাই তাই কলে—"পানী গৰম কৰি থৈছোঁ। লাগিলে খাব। মই কালি পুৱা আকৌ আহিম।"

বীণা যোৱাৰ পিচত সি মমবাতিডাল মুখেৰে ফু মাৰি নুমাই দিবলৈ মূৰটো ডাঙিবলৈ যত্ন কৰিলে। কিন্তু নোৱাৰিলে।

ৰাতিপুৱা সাৰ পাই, উঠিম বুলি সি মূৰটো ডাঙিব খুজিলে। খুব চেষ্টা কৰিও মূৰটো ডাঙিব নোৱাৰি সি আকৌ শুই থাকিল। সি এবাৰ বীণাৰ কথা ভাবিলে। তাই অহাহেঁতেন ভাল আছিল। অন্ততঃ দুৱাৰখন মেলি দিব পাৰিলেহেঁতেন।

স্কুললৈ যাওঁ বুলি ঘৰৰ পৰা ওলাই বীণা হাস্পতাল পালেগৈ। ডেকাজনৰ অসুখৰ কথা বুজাই কোৱাত ডাক্তৰ তাইৰ লগে লগে আহিল। বীণাৰ লগত ডাক্তৰক দেখি সি আচৰিত হ'ল। সিতো ডাক্তৰক মাতিবলৈ কোৱা নাছিল।

ডাক্তৰে তাক পৰীক্ষা কৰিলে। বীণা ওচৰতে থিয় হৈ থাকিল। তাৰ পিচত ডাক্তৰে কাগজ এখন লৈ লিখিবলৈ ধৰিলে। প্ৰথমে তাৰিখ লিখি তেওঁ বীণাক বেমাৰীৰ নাম সুধিলে। ডাক্তৰে ভাবিছিল, ডেকাজন তাইৰ চিনাকি। নাম কব নোৱাৰি বীণাই ডেকাৰ মুখলৈ চালে। বীণা বিমোৰত পৰা বুলি সিও বুজিব পাৰিছিল। ডাক্তৰৰ পিনে চাই সি কলে—"কিশোৰ।" ডাক্তৰে নামটো লিখি লৈ কাগজখন বীণাক দি কলে—"এই



ঔষধটো আনি এতিয়াই খুৱাই দিয়ক। তাৰ পিচত আবেলি এবাৰ, আৰু এবাৰ ৰাতি শুবৰ সময়ত। বেচি জ্বৰ উঠাৰ কাৰণে চিন্তা কৰিব নালাগে। জখমৰ কাৰণে জ্বৰ উঠিছে।"

বীণা আৰু ডাক্তৰ দুয়ো ওলাই গ'ল।

হাস্পতালৰ পৰা ঔষধ লৈ তাই বজাৰলৈ গ'ল। বজাৰত তাই পানী গৰম কৰিবলৈ পাত্ৰ এটা, পিয়লা চাৰিযোৰ, চামুচ এখন আৰু খোৱা ফলমূল কিছুমান কিনিলে।

বীণাৰ হাতৰ টোপোলাটো দেখি কিশোৰে সুধিলে—"ইমানবোৰ বস্তু কিয় আনিলে?"

বীণাই একো নামাতি এপালি ঔষধ তাৰ মুখত ঢালি দিলে। ঔষধখিনি খাই মুখখন বিকটাই সি কলে—"খুব তিতা।"

—"জ্বৰৰ ঔষধ তিতা নিদি মিঠা দিব নেকি?" বীণাই হাঁহি হাঁহি কলে।

কিশোৰে একো নামাতিলে।

তাৰ পিচত তাই ডালিম এটা কাটি গুটিবোৰ এটা এটাকৈ তাৰ মুখত দিব ধৰিলে।

—"আপুনি যাওকগৈ। ঘৰত খং কৰিব।"

—"চাৰি বজালৈ মোৰ ছুটী। তাৰ আগেয়ে কোনোৱে মোৰ খবৰ নকৰে।"

—"মানে।"

—"মানে কি হব। স্কুললৈ যাওঁ বুলি ওলাই আহি ইয়ালৈ আহিছোঁ।" তাই আকৌ হাঁহিলে। তাইক হঁহা দেখি সিও হাঁহিলে।

—"স্কুললৈ নগলে কিয়? মাষ্টৰে খং নকৰিব জানো।"

—"এনেয়ে।" তাই এইবাৰ আকৌ বেৰৰ ছবিবোৰলৈ চালে। ছবিবোৰত থকা "কিশোৰ" নামটো তাই দেখিবলৈ পালে। ডাক্তৰে

কাগজখনত লিখা "কিশোৰ" নামটোও তাইৰ চকুৰ আগত ভাহি উঠিল।

এৱেঁই কিশোৰ। তাই ভাবিলে। এই ছবিবোৰৰ শিল্পী। কিমান ভাল আঁকে এওঁ। এইখন পাহাৰ। তাৰ ওপৰত সেই-বোৰ পাইন। এয়া শীতকাল। পাহাৰত বৰফ পৰিছে। পাইন-বোৰে। বৰফেৰে ঢাক খাই পৰিছে। সেইটো জলপ্ৰপাত। হৰ্‌হৰকৈ নামি আহিছে পাহাৰখনৰ পৰা। কি হুবহু চিত্ৰ। পাহাৰৰ ছবিখন চাই শ্বিলঙলৈ তাইৰ মনত পৰিল। এই ছবিখনৰ লগত শ্বিলঙৰ বেচ্‌ মিল আছে।

শ্বিলঙলৈ তাই মাজে সময়ে যায় দেউতাকৰ লগত। আবেলি ফুৰিবলৈ যায়। লগ পায় হেজাৰ হেজাৰ ডেকা গাভৰুক। কি ধুনীয়া স্বাস্থ্য সিহঁতৰ। কি সুন্দৰ দেহাৰ গঠন। দেখিলেই ভাল লাগি যায়। ছোৱালীবোৰ ইমান মৰম লগা। জুম বান্ধি ফুৰে। মোহ লগাকৈ হাঁহে। গাল দুখন খুব ৰঙা। বীণাৰ নিজৰেই লাজ লাগি যায়। শ্বিলঙত কেতিয়াবা একেলগে এসপ্তাহ-মান থকাৰ পিচত তায়ো চাইছিল তাইৰ মুখখন। গাল দুখন ৰঙা পৰা বুলি।

অমিতাভকো তাই শ্বিলঙত দেখা পাইছিল। আবেলি ফুৰিবলৈ যাওঁতে পুলিচ পইণ্টত সিহঁত বৈছিল। দেউতাকে বাতৰি কাকত এখন ওচৰৰ দোকানখনৰ পৰা লৈ পঢ়ি আছিল। তাই ব্যস্তভাৱে অহা যোৱা মানুহবোৰলৈ চাই আছিল। এনেতে তাইৰ নিচেই কাষতে কোনোবাই চিঞৰি দিছিল—"হেপ্পিভেলি নংথিমাই।" ঘূৰি চাই তাই অমিতাভক দেখিছিল। বাচ কণ্ডাক্টৰৰ বেশত অমিতাভক দেখি তাই মনে মনে হাঁহিছিল। সি চিঞৰি আছিল। অলপ পিচত বাচখন গুচি গৈছিল। তাই ৰক্ষা পৰিছিল। অমিতাভে তাইক দেখিলে লাজ পালেহেঁতেন! ভালেই হল, নেদেখিলে। কিয় বা আহিছে সি শ্বিলঙলৈ! কোনে জানে!



কিশোৰ লাহে লাহে ভাল হৈ আহিল। মূৰৰ ঘাবোৰ শুকাল। এতিয়া নিজে লৰা চৰা কৰিব পাৰে। বীণাই ধৰিব নালাগে। বীণাৰ প্ৰতি তাৰ শ্ৰদ্ধা উপজিল। বীণাই তাক এইদৰে সহায় কৰিব বুলি সপোনতো সি ভবা নাছিল। সি ভাবিছিল, বীণা ডাঙৰ মানুহৰ ছোৱালী। মানুহক দেখুৱাই তাক হাস্পতাললৈ লৈ গ'ল নিজৰ গাড়ীত তুলি। ইমানেই। ইয়াতকৈ কি বেচি আশা কৰিব পাৰে সি তাইৰ পৰা। কিন্তু বীণাই এই কেইদিন তাৰ লগত যি পৰিশ্ৰম কৰিলে, তাৰ নিজৰে বেয়া লাগি গ'ল। ডাঙৰ মানুহৰ ছোৱালীবো যে প্ৰাণ আছে, অন্তৰ আছে, কিশোৰে তাৰ জীৱনত এই প্ৰথম উপলব্ধি কৰিলে। স্কুললৈ যাবলৈ ওলাই আহি তাই ইয়ালৈকে আহে। দিনৰ দিনটো তাৰ যতন ধৰে। আবেলি ঘৰলৈ যায়। গধূলি আকৌ এবাৰ আহে।

কিশোৰে তাইক স্কুললৈ যাবলৈ কলে তাই হাঁহে। মনতে ভাবে, স্কুললৈ গৈ তাই কি কৰিব। জীৱনৰ আধা দিন স্কুলতেই গ'ল। কি শিকিলে তাই স্কুলত। একো নাই। মাথো শিকিলে মানুহ হৈ মানুহক ঘিণ কৰিবলৈ। মানুহক বেয়া কথা শুনাই মনত দুখ দিবলৈ। ইমানেই। আন একো শিকা নাই। কিন্তু ইয়াত কি শিকিলে তাই!

হঠাতে জীৱনটোক তাইৰ খুব ভাল লাগি গ'ল। আগৰ মান অভিমান তাইৰ এতিয়া নাই। কাকো খং নকৰে তাই! এই কেইদিনৰ অভিজ্ঞতাই তাইক শিকালে মানুহৰ দৰে থাকিবলৈ। মানুহ হৈ বাচিবলৈ। অভাব অনাটনে জীৱনটোক বুজাৰ সুযোগ দিয়ে। আৰু ধন ঐশ্বৰ্য্যই মানুহৰ মনক টানি নিয়ে প্ৰকৃত জীৱন চেৰাই কৃত্ৰিমতালৈ।

—"বেৰৰ ছবিবোৰ আপুনি আঁকা?" আবেলি চাহ খাই থাকোঁতে বীণাই কিশোৰক সুধিলে।

—"ওঁ। কেনে পালে ?"

—"খুব ভাল লাগিছে। আপুনি বাৰু ক'ত শিকিলে ছবি আঁকিবলৈ।" তাইৰ কথাত কিশোৰে হাঁহিলে। বীণাই কথা সুধিলে ভাল লাগে।

--"ক'তো শিকা নাই। এনেয়ে তুই এটা আঁকো কেতিয়াবা। সুবিধা পালে শিকিবৰ ইচ্ছা আছে।"

—"ইচ্। আপোনাৰ কথাবোৰ যে আৰু! কোনে শিকাব আহিব আপোনাক। আপুনি দেখোন নিজেই এজন ডাঙৰ শিল্পী।"

—"সেইখিনিতে আপুনি ভুল কৰিলে। সাধনাৰ শেষ নাই। ই অসীম। কোনেও ইয়াৰ শেষ সীমা ক'ত কব নোৱাৰে। দুখন ছবি আঁকিলেই যে শিল্পী হৈ যাব পাৰি, তাৰো কোনো অৰ্থ নাই। শিল্পী হবলৈ লাগে সাধনা। সাধনা নহলে শিল্পৰ আৰাধনা মূল্যহীন। আৰু সাধনাৰ কাৰণে লাগে অনুপ্ৰেৰণা।"

বীণাই তাৰ কথাষাৰ বুজিলে। অনুপ্ৰেৰণাৰ গূঢ়াৰ্থটোও বুজি পালে তাই। মনে মনে তাই হাঁহিলে।

দিনবোৰ পাৰ হৈ যায়। বীণা আৰু কিশোৰৰ মিলা-প্ৰীতিও ক্ৰমে গাঢ় হৈ আহে।

এদিনৰ কথা।

গধূলি কিশোৰ ফুৰিবলৈ ওলাই গৈছে। চিনেমা হলটোৰ কাষ পাওঁতে সৰু ল'ৰা এটা দৌৰি আহি তাৰ ধুতিখনত খামোচ মাৰি ধৰিলে। সি ল'ৰাজনলৈ চালে। বেচ্ ধুনীয়া ল'ৰা। মৰম লগা। অলপ পিচত আন এজন মানুহ আহি তাৰ কাষত থিয় হলহি। তেতিয়া ল'ৰাটোৱে চিঞৰি কলে—"দেউতা, মই যে কৈছিলোঁ দেউতা, এখেতেই দেউতা।"

এতিয়াহে কিশোৰে তাক চিনি পালে। সি পাহৰিয়েই গৈছিল। ল'ৰাটোৱে হলে ঠিক মনত ৰাখিছে।



—"নমস্কাৰ।" কিশোৰে দুয়োখন হাত কপালত লগাই ল'ৰাটোৰ দেউতাকক নমস্কাৰ জনালে।

—"নমস্কাৰ। তোমাক লগ পাবলৈ মোৰ বৰ ইচ্ছা আছিল। তুমি নথকাহলে… ।"

—"সকলো ভগৱানৰ ইচ্ছা।"

—"বুজিছে দেউতা! মোৰ যে সিদিনা ইমান ভয় লাগিছিল। গাড়ীখন কাষ পাওঁতে মোৰ উশাহ বন্ধ হৈ গৈছিল। এনেতে তেখেতে গৈ মোক টানি আনিলে। তাৰ পিচতেই মই ঘৰলৈ দৌৰ দিলোঁ।"

তাৰ কথাত দুয়ো হাঁহিলে।

তিনিও আগবাঢ়িবলৈ ধৰিলে। ল'ৰাটোক কিশোৰে হাতত ধৰি লৈ গৈছে।

বজাৰ পাৰ হৈ যোৱাৰ পিচত, ঘৰ এটালৈ আঙুলিয়াই ল'ৰাটোৰ দেউতাকে কলে—'সেইটোৱে আমাৰ ঘৰ। আহা সোমাই যাবা।'

—"নেলাগে। পিচত এদিন আহিম বাৰু।"

—"আহকনা ককাইদেউ।" ল'ৰাটোৱে তাক জোৰ কৰি ভিতৰলৈ লৈ গ'ল। বাহিৰৰ কোঠাটোত দুয়ো বহিল। ল'ৰাটো ভিতৰলৈ গ'ল। দুয়ো কথা পাতিবলৈ ধৰিলে। তেখেতে সুধিলে—'তুমি পঢ়ি আছানেকি ?'

—"যোৱা বছৰ প্ৰবেশিকা পাছ কৰি পঢ়িবলৈ এৰিলোঁ। চাকৰি এটা বিচাৰিছোঁ। চাকৰি পালে ৰাতিৰ কলেজত পঢ়াৰ ইচ্ছা আছে।"

অলপ পিচত ল'ৰাটোৱে মাকক কোঠাটোলৈ লৈ আহি কলে—'এইজনেই মা। এতিয়া আহোঁতে মোক যে ইমান মৰম কৰিছে!'

থিয় হৈ কিশোৰে নমস্কাৰ জনালে।

মাকে কিশোৰক ৰহিবলৈ কৈ আকৌ ভিতৰলৈ গ'ল। ল'ৰাটো কিশোৰৰ কাষলৈ গৈ সি বহি থকা চকিখনৰ এমূৰে বহিল। কিশোৰে

তাৰ পিঠিখন পিহি পিহি সুধিলে—"তোমাৰ নাম কি সোণ ?"

—"বুবুল।" সি কলে।

—"বুবুল! বাঃ বেচ্ নামতো!"

—"ওঁ। জানে ককাইদেউ! দেউতাই আকৌ কেতিয়াবা 'বকুল' বুলিও মাতে। 'বকুল' নামটো মোৰ ইমান বেয়া লাগে। দেউতাজন যে কি!"

তাৰ কথা শুনি দেউতাকে হাঁহিলে।

এনেতে বুবুলৰ মাকে চাহ-জলপান লৈ আহিল। মেজখনৰ ওপৰত চাহ-জলপানৰ কাঁহীখন থৈ তেওঁ কলে—"খোৱা।"

দুয়ো খাবলৈ ধৰিলে।

তামোলখন মুখত ভৰাই কিশোৰ যাবলৈ ওলাল। বুবুলৰ দেউতাকে কলে—"তুমি কালি এবাৰ দহমান বজাত ডাকঘৰলৈ যাবা। মুকুল বৰুৱাৰ কোঠা কোনটো বুলি সুধিলেই পিয়নে দেখুৱাই দিব।"

বুবুলৰ মাক-দেউতাকক নমস্কাৰ জনাই কিশোৰ ওলাই আহিল। বুবুলে চিঞৰি কলে—'আকৌ আহিব দেই।'

—"ওঁ, আহিম", বুলি কিশোৰে ঘৰলৈ খোজ ললে।

তাৰ পিচদিনাখন কিশোৰ ডাক ঘৰলৈ গ'ল। পিয়নক মুকুল বৰুৱাৰ কোঠাটো দেখুৱাই দিবলৈ কোৱাত, সি 'চুপাৰিন্‌টেণ্ডেণ্ট'ৰ কোঠাটোলৈ তাক লৈ আহিল। সি ভিতৰ নোসোমাই বাহিৰতে ৰৈ থকা দেখি, দুৱাৰখন মেলি দি পিয়নজনে কলে—"ভিতৰলৈ যাওঁক।"

দুৱাৰখন মেল খোৱাত, মুকুল বৰুৱাক ভিতৰত দেখি সি সোমাই গ'ল।

কিশোৰে ডাকঘৰত চাকৰি পালে। এইবাৰ সি নিশ্চিন্ত হ'ল। কোনোমতে চলি যাব পাৰিব। মুকুল বৰুৱাৰ প্ৰতি তাৰ শ্ৰদ্ধা



আহিল। সঁচাকৈয়ে মানুহজন বৰ ভাল। মানুহৰ দুখ বুজে।

আবেলি স্কুলৰ পৰা আহোঁতে বীণাই তাক লগ ধৰে। দুয়ো একেলগে কিশোৰৰ ঘৰলৈ আহে। বীণা কিছুসময় তাতে থাকি আকৌ নিজৰ ঘৰলৈ গুচি যায়।

দীপেনৰ নীৰোদ চৌধুৰীৰ ঘৰলৈ যাতায়াত পূৰ্ণ গতিত চলি থাকে। সপ্তাহত সি এবাৰ আহিবই। দীপেন আহিলে চৌধুৰীয়ে বৰ ভাল পায়। আগতে বীণাৰো ভাল লাগিছিল। তাৰ লগত ফুৰিছিল। এতিয়া কিন্তু বীণাৰ আগৰ ভাব নাই। তাৰ সঙ্গ এৰাবলৈ তাই যত্ন কৰে। দীপেনে কথাটো লক্ষ্য কৰিলে। কিবাকিবি বহুত ভাবিলেও। সি জানে, ছোৱালীবোৰ সদায় চঞ্চলা। এটা গতিত সিহঁতৰ জীৱন নুঘূৰে। বাটত ঠেকা খালে সিহঁতৰ মনে আনপিনে গতি কৰে। বীণাক আৰু বেচি আগবাঢ়িবলৈ দিবলৈ তাৰ ইচ্ছা নাই। পলম হলে হয়তো বীণাৰ মনে আন কাৰোবাক বিচাৰিব পাৰে। কাৰ মনৰ কথা কোনে জানে। সেয়েহে সি মাকক জনালে তাৰ মনৰ কথা। মাকে ভালেই পালে। বিয়াৰ দিন ঠিক হ'ল। বীণায়ো জানিব পাৰিলে তাইৰ বিয়াৰ দিন ঠিক কৰাৰ কথা। কি কৰিব, তাই নিজেই বুজি নাপালে।

তাৰ পিচদিনা তাই কিশোৰক জনালে তাইৰ বিয়াৰ কথা। কিশোৰে খুব হাঁহিলে। "বেচ্ খুব সুখ পালোঁ। অলপ বহিবা দেই।" সি বাহিৰলৈ ওলাই গ'ল। তাই সি যোৱাৰ পিনে চালে। একোকে বুজিব নোৱাৰিলে তাই। তাইৰ বিয়াৰ কথা শুনি সি দেখোন অলপো দুখ নকৰিলে। বৰং হাঁহিলেহে। কথাটো তাই তাৰ আগত উলিয়াবলৈ টান পাইছিল। ভাবিছিল, বিয়াৰ কথা শুনিলে সি মনত দুখ পাব। চকু দুটি তাৰ কান্দোতে কান্দোতে ৰঙা পৰি উঠিব। তাৰ পিচত চুলিকোছা কপাললৈ ওলোমাই দি পাগলৰ দৰে বহি থাকিব। তাই মাতিলে হয়তো মাতকে নিদিব। নুশুনাৰ ভাও ধৰি থাকিব।

কিন্তু এইবোৰ একোৰেই নহ'ল। কথাষাৰ কৈ থাকোঁতে তাই তাৰ মুখলৈ লক্ষ্য কৰিছিল, কিবা পৰিবৰ্ত্তন দেখা পাব বুলি। কিন্তু একোকে দেখা নাছিল্।

কি অদ্ভুত মানুহ। ছোৱালীৰ মনৰ কথা বুজিব নোৱাৰে। তাই কোৱাতকৈ আৰু কিমান স্পষ্টভাৱে কব লাগিছিল, তাই দীপেনক ভাল নাপায়। তাইৰ মনৰ মানুহ অন্য কোনোবাহে, দীপেন নহয়। এই বিয়াৰ পৰা তাই সুখী নহয়। কেতিয়াও সুখী হব নোৱাৰে।

অলপ পিচত কিশোৰ আহি পালে। হাতৰ টোপোলাটো বীণাৰ পিনে আগবঢ়াই সি কলে—'অলপ চাহ খালে কেনে হয়?'

বীণাক আজি-কালি সি তুমি বুলি মাতে। বীণাই নিজেই তাক এই অধিকাৰটো দিছে। সিও একো আপত্তি নকৰিলে।

টোপোলাটো খুলি তাৰ ভিতৰত থকা মিঠাইবোৰ দেখি তাই আচৰিত হৈ গ'ল।

—'এইবোৰ কি আনিলে?'

—'মিঠাই। শুভ-খবৰ এটা কঢ়িয়াই অনা বাবে মিঠাই তোমাৰ প্ৰাপ্য।'

—'শুভ খবৰ?'

—'ওঁ, নহয়নো কি! তোমাৰ বিয়া হব। কিমান সুখ হব! বাগিচাত কিমান আৰামেৰে থাকিবা! একোৰে কষ্ট নহব। ইয়াতকৈ মানুহক আৰু কি বেছি লাগে?'

একো উত্তৰ নিদি বীণাই চাহৰ গিলাচটো তাৰ পিনে আগবঢ়াই দিলে।

সেইবোৰ কথাই তাৰ আজি মনত পৰিছে বাৰে বাৰে।

কিমান কথা। সুখৰ। দুখৰ।

আনন্দৰ। বেজাৰৰ।



কেতিয়াবা কান্দিছে। কেতিয়াবা হাঁহিছে।

তাৰ পিচত, মনেশ্বৰ বুঢ়াৰ ঘৰলৈ সি মাথোন এবাৰ গৈছিল। বুঢ়া চোতালত বহি আছিল। সি ও কাষতে বহিছিল। বুঢ়াই মেল পাতিছিল।

এনেতে বিপুলৰ মাক খৰি এডাল কোলাত লৈ, গীত গাই গাই সেইখিনি পালেহি।

"আমাৰ মইনা শুব এ
আকাশৰ তৰা লেখিব এ
আকাশৰ তৰাবোৰে হাঁহিব
আমাৰ মইনা শুব।

জাৰ লাগিছে? মই লৈ আছোঁ নহয়। কিয় কান্দিছ? তই ডাঙৰ মানুহ হবি। তয়েই যে মোৰ একমাত্ৰ আশা, সোণ। তই নেকান্দিবি দেই। কান্দিলে, সৌ মেকুৰীজনীয়ে তোক লৈ যাব। মই কাৰ লগত থাকিম! কোনে মোক মা বুলি মাতিব।

আমাৰ মইনা টোপনি যাব। এই, ডাঙৰকৈ কথা নকবা। চুনুমনি টোপনি যাব।"

হাতদুখনেৰে মুখখন ঢাকি সি আঁতৰি আহিছিল।

দিনৰ পিচত দিন পাৰহৈ যায়।

মতিকা বুঢ়া হৈ আহে। মতিকাক ঘৰত থৈ গাড়ীখন লৈ সি ঘূৰি ফুৰে। গধূলি ঘৰলৈ ওভতে। দুয়ো সুখ-দুখৰ মেল পাতে।

এদিনৰ কথা।

যাত্ৰী এজনক লৈ সি ওলাই গৈছিল। ষ্টেচনত নামি মানুহজনে তাক সুধিলে—"কত লাগ ব?"

—"দুটকা।"

—"দুইটেকানি।" মানুহজন আচৰিত হৈ গৈছিল।

—"ওঁ।"

—"কত কৈলায়। আমবা বৰাবৰ আওয়া যাওয়া কৰি এক টেকায়। আজকে কেনে দুই টেকা। কিছু কমাও বা।"

—"বেছি কোৰা নাই।"

—"একটেকা দিলাম। আৰ চাইও না।" মানুহজন গুচি গ'ল।

গাড়ীখন ঘুৰাই, সি এইবাৰ টেক্সিষ্টেণ্ডৰ পিনে যাবলৈ ধৰিলে।

স্কুলৰ ওচৰ পোৱাত, গাড়ীৰ গতি লাহে লাহে কমি গল।

এনেতে কাবোবাৰ চিঞৰ শুনি সি বৈ গ'ল।

এটা ল'ৰাই চিঞৰিছে। শিক্ষকজনে তাক কোবাইছে। সি জপিয়াই জপিয়াই ছিঞৰিছে—"মা ঐ। মৰিলোঁ ঐ।"

সি বুকুত হাত এখন দিলে।

বুকুখন কঁপিছিল।

সি দেখিলে, আন এটা কোঠাত কেইজনমান ল'ৰা বেঞ্চৰ ওপৰত থিয় হৈ আছে।

কি অত্যাচাৰ! শিক্ষাৰ নামত ব্যাভিচাৰ!!

ষ্টিয়াৰিং হুইলটো কঁপি উঠিছিল।

লাহে লাহে সি আঁতৰি গৈছিল তাৰ পৰা।

দুখ লাগে। এনেকৈ চিঞৰিলে তাৰ বেজাৰ লাগে। বুকুখন ফাটি যাব খোজে।

মানৰ অত্যাচাৰ সি চকুৰে দেখা নাই। মানুহৰ মুখত শুনিছে।

অসম বুৰঞ্জীৰ এখিলা পাত তাৰ চকুৰ আগত ভাহি উঠে।

বদনে অসমলৈ মান আনিছিল। পূৰ্ণানন্দ বুঢ়াগোঁহাইৰ ওপৰত প্ৰতিশোধ লবলৈ বদন মান দেশ পাইছিলগৈ।

অসমৰ বৰঘৰ দেখুওৱা বদনক সি যেন চকুৰ আগত দেখিবলৈ পালে। তেওঁ যেন চিঞৰি চিঞৰি কৈছে—"জ্বলাই দে। শেষ কৰি দে। মানুহে চিনি পাওক, বদন কি বস্তু। বদনৰ প্ৰতিহিংসা কেনে ভয়ানক।"

সি চকুদুটা মুদি দিলে।

জীয়েকৰ চিঠিখনে বদনক চিন্তিত কৰি তুলিলে। সকলো বুজি পালে তেওঁ।

পলম নকৰি তেওঁ কলিকতালৈ যাত্ৰা কৰিলে।

এইবাৰ তেওঁ প্ৰতিশোধ লব। পূৰ্ণানন্দ বুঢ়াগোঁহাইৰ ওপৰত প্ৰতিশোধ। বুঢ়াগোঁহায়ে ভালকৈ চিনি পাব বদনক।

তেওঁৰ প্ৰস্তাবত গভৰ্ণৰ জেনেৰেল মান্তি নহ'ল।

বদন নিৰুপায়ত পৰিল।

এনেতে ব্ৰহ্মদেশৰ কটকীৰ লগত তেওঁৰ চিনাকি হ'ল। বদন অমৰাপুৰ পালেগৈ।

মান ৰজাই তেওঁৰ কাহিনী শুনিলে: "অসমৰ ৰজা বুঢ়াগোঁহাইৰ হাতৰ পুতলা। বুঢ়াগোঁহাইৰ নিৰ্দ্দেশত তেওঁ নাচে। অসমৰ ৰজাই বিচাৰে মান ৰজাৰ সহায়।"

ব্ৰহ্মৰাজে দুখ পালে। অসমৰ প্ৰতি তেওঁৰ চেনেহ জাগিল। ভাইৰজাৰ প্ৰতি তেওঁৰ বেজাৰ আহিল।

১৮১৬ চন।

আঠহেজাৰ মানসেনা লগত লৈ বদনে অসম অভিমুখে যাত্ৰা কৰিলে। আহোঁতে বাটতে হুকং, মুংকং আৰু মনিপুৰৰ সৈন্য-সকলেও যোগদান কৰে।

বদনৰ চকুৰ পানীয়ে সকলোকে বশ কৰিলে। অসমৰ ৰজাক সহায় কৰিবলৈ তেওঁলোক আগবাঢ়ি আহিল।

ঘিলাধাৰীৰ ৰণত আহোমৰ হেংদান ওফৰি পৰিল।

মানে অত্যাচাৰ আৰম্ভ কৰিলে।

এনে সময়তে বুঢ়াগোঁহাই স্বৰ্গী হয়।

অৱশেষত বহুতো ধন সোণ লৈ মান সেনা বিদায় হ'ল।

ইয়াৰ কিছুদিন পিচত ৰূপচিং চুবাদাৰৰ হাতত বদনৰ মৃত্যু ঘটে।

"টেক্সি।"

সি বৈ গ'ল। পিচৰ চিটৰ দুৱাৰখন খুলি দিয়াৰ লগে লগে মানুহজন সোমাই আহিল।

সি আগবাঢ়িবলৈ ধৰিলে।

দ্বিতীয়বাৰ মানে আকৌ অসম আক্ৰমণ কৰিলে। মান জিকিল। চন্দ্ৰকান্ত সিংহক ৰজা পাতি মান সেনাপতি ব্ৰহ্মদেশ পালেগৈ।

চন্দ্ৰকান্ত সিংহই বেজাৰ পালে। ভবিষ্যতে যাতে মান আহিব নোৱাৰে, তাৰ কাৰণে তেওঁ জয়পুৰত কোঠ এটা মৰাব খুজিলে।

এই কথা মানৰজাৰ কাণত পৰিল।

সাজি কাচি মিঙিমাহা ওলাই আহিল।

আহোম সৈন্যক পৰাজিত কৰি মান সেনা অসমৰ ৰৰঘৰ সোমাল।

তাৰ পিচত আৰম্ভ হ'ল সিহঁতৰ পৈশাচিক অত্যাচাৰ। স্বামীৰ সন্মুখত তিৰোতাক অপমান কৰিলে। গৰ্ভৱতী তিৰোতাৰ পেট ফালি কেচুৱা উলিয়ালে। সৰু সৰু ল'ৰাছোৱালীবোৰক ওপৰলৈ দলিয়াই দি তলত তৰোৱাল ধৰিলে।

অসমৰ মাটি তেজেৰে ৰাঙলী হ'ল। ৰঙা তেজ দেখি লুইতখনেও কান্দি উঠিল।

সকলোপিনে হাহাঁকাৰ।

মিঙিমাহাই হাঁহিলে। মোগল শক্তিক ভেটা দিয়া অসমীয়াৰ অৱস্থা দেখি মিঙিমাহাই নহহাঁকৈ থাকিব নোৱাঁৰিলে।

—"ৰোকো।"

মানুহজনক নমাই দি সি আকৌ আগবাঢ়িবলৈ ধৰিলে।

অসম ইংৰাজৰ হাতলৈ গ'ল।



শৰাইঘাটৰ জয়ডঙ্কা মাৰ গ'ল।

লাচিতৰ হেংদান মামৰে খালে। ধনু, কাঁড়, যাঠী লুইতৰ বুকুত জাহ গ'ল।

বণুৱা অসমীয়া বহি থাকিল কান্দি কান্দি।

মানৰ অত্যাচাৰ সহিব নোৱাৰি তেওঁলোকে কান্দে।

নেকান্দি কৰিব কি!. সকলো যে হেৰাই গ'ল।

হেৰাই যোৱা অতীতটো আকৌ এবাৰ জুকিয়াই চাই তেওঁলোকে।

ৰামসিংহ অসম অভিমুখে আগবাঢ়ি আহিল।

অসমৰ সেনাপতি আছিল বীৰ লাচিত বৰফুকন।

যুদ্ধৰ কাৰণে তেৰেঁা সাজু হ'ল।

ৰামসিংহই গুৱাহাটীৰ উত্তৰপাৰে কোঠ মৰা দেখি, তেৰেঁা গড় সজাত ব্যস্ত হৈ পৰিল।

যুদ্ধ আৰম্ভ হ'ল। লাচিতৰ শক্তিৰ সন্মুখত ৰামসিংহৰ শক্তি ওফৰি গ'ল।

গুৱাহাটী উদ্ধাৰ কৰাৰ সপোন ৰামসিংহই তেতিয়াও এৰা নাছিল। আকৌ এবাৰ চেষ্টা কৰি চাবলৈ তেওঁ আজ্ঞাথুৰি পৰ্ব্বতৰ কাষ পালেহি।

লাচিতে এই বাতৰি পালে। আজ্ঞাথুৰিৰ পৰা গুৱাহাটীলৈ অহা বাটত তেওঁ গড় সাজিবলৈ আদেশ দিলে।

হেজাৰ হেজাৰ বনুৱা গড়বন্ধা কামত জপিয়াই পৰিল।

লাচিতৰ ব্যস্ততাৰ সীমা নাই। অন্তৰত ভয়। জানোচা কেনেবাকৈ ৰামসিংহ গুৱাহাটী সোমাইহি।

এদিন গধূলি, গড়ৰ কাম চাবলৈ গৈ লাচিতে দেখিলে, গড়ৰ কাম বহুতো বাকী। বনুৱাবোৰে লাহে ধীৰে কাম কৰিবলৈ ধৰিছে। মোমায়েকক সোধাত তেওঁ কলে—"কাম কৰি কৰি মানুহবোৰ ভাগৰি পৰিছে। কিমান কৰিব?"

খঙতে তেওঁ মোমায়েকক কাটি পেলালে।

মোমায়েকক কটা দেখি বনুৱাবোৰ কামত লাগিল।

ৰাতিৰ ভিতৰতে গড়ৰ সকলো কাম শেষ হ'ল।

পিচদিনাখন ৰামসিংহই আহোম সেনাক আক্ৰমণ কৰিলে।

এইবাৰৰ ৰণতো ৰামসিংহই জয়লাভ কৰিব নোৱাৰিলে।

শৰাইঘাটৰ ৰণত আহোম সেনা জিকিল।

ৰামসিংহই তেতিয়াও গুৱাহাটী উদ্ধাৰৰ আশা এৰা নাই। তেওঁ এইবাৰ নাৱেঁৰে ব্ৰহ্মপুত্ৰ পাৰ হবলৈ চেষ্টা কৰিলে।

লাচিতৰ অসুখ। তেওঁ শোৱাপাটিত পৰি আছে। এনেতে চোবাংচোৱাই, শত্ৰুসৈন্য ব্ৰহ্মপুত্ৰৰ মাজ পোৱাৰ খবৰ দিলেহি। একে জাপেই উঠি তেওঁ ব্ৰহ্মপুত্ৰলৈ লৰ দিলে।

ব্ৰহ্মপুত্ৰৰ বহল বুকু নাৱেঁৰে ভৰি পৰিল।

ৰামসিংহ ভটিয়াবলৈ বাধ্য হ'ল।

সেই সাহস ক'ত গ'ল। ক'ত গ'ল লাচিতৰ সেই হুঙ্কাৰ—"মোৰ দেশতকৈ মোৰ মোমাই ডাঙৰ নহয়।"

ৰামসিংহক ভেটা দিয়া তৰোৱালবোৰ ক'ত লুকাল।

তেওঁলোকে ভাবে। কান্দে। ভাবি ভাবি কান্দে।

ডেৰশ বছৰ আগৰ কথাবোৰ মনত পৰিলে তেওঁলোকৰ চকুপানী ওলায়। বুকু ফাটি যাব খোজে।

—"টেক্সি!"

তিৰোতা এজনী উঠি আহিল।

গাড়ী আগবাঢ়িবলৈ ধৰিলে।

১৯৪২ চনৰ আন্দোলনে অসমীয়াক আকৌ জগাই তুলিলে। মহাত্মা গান্ধীৰ 'বৃটিছে ভাৰত এৰক,' প্ৰস্তাৱ শুনি তেওঁলোকে আনন্দ পালে। সকলোৰে মনত ক্ষীণ আশা জন্মিল, ইংৰাজে এইবাৰ ভাৰত এৰিব, ভাৰত স্বাধীন হব, অসমও স্বাধীন হব।



মহাত্মা গান্ধীৰ প্ৰস্তাৱ মতে ইংৰাজে কিন্তু ভাৰত নেৰিলে।

আন্দোলনৰ মূল বুলি গান্ধীক আটক কৰি থলে। গান্ধীৰ লগত আন বহুতো নেতা জেললৈ গ'ল।

ভাৰত এইবাৰ জাগি উঠিল।

'জয় কিম্বা মৃত্যু'মন্ত্ৰেৰে দীক্ষিত হৈ জপিয়াই পৰিল গণ আন্দোলনত।

ইংৰাজ সাবধান হ'ল।

ইংৰাজৰ হাতত বহুতো মৰিল। তথাপি তেওঁলোক আগবাঢ়ি গৈ থাকিল।

গহপুৰ থানা মিলিটেৰীৰে ভৰি পৰিছে। প্ৰতিজনৰে হাতত বন্দুক।

ডেকাগাভৰুৰ দলটো আগবাঢ়ি গৈ থাকিল। হাতত তেওঁলোকৰ ত্ৰিৰঙ্গ পতাকা। মুখত 'বন্দেমাতৰম' ধ্বনি।

থানাৰ সন্মুখ পোৱাৰ লগে লগে মিলিটেৰীবোৰে ভেটা দিলে। সিহঁতৰ বন্দুকবোৰলৈ চাই কনকলতাই হাঁহিলে। তাৰ পিচত আকৌ আগবাঢ়িবলৈ ধৰিলে।

হঠাতে বন্দুকৰ গুলি এটা আহি কনকলতাৰ বুকুত লাগিল। তেওঁ বাগৰি পৰিল।

চাওঁতে চাওঁতে আৰু কেইবাজনো বাগৰি পৰিল।

তথাপি জনতাক সিহঁতে ক্ষান্ত কৰিব নোৱাৰিলে।

ত্ৰিৰঙ্গ পতাকা গহপুৰ থানাৰ ওপৰত নাচিবলৈ ধৰিলে।

কিমান অত্যাচাৰ সহিলে! ভাৰতৰ ৰাজপথ ৰঙা হৈ গ'ল, মানুহৰ তেজেৰে। ধাননি পথাৰত সাৰ গোটালে কেঁচা তেজে।

অৱশেষত ভাৰতে স্বাধীনতা পালে। ইংৰাজে ভাৰত এৰিলে। ভাৰতৰ বুকুত নাচি উঠিল ত্ৰিৰঙ্গ পতাকা। মহাত্মা গান্ধীৰ সপোন দিঠকত পৰিণত হ'ল।

—"ইয়াতে নামিম।"

গাড়ী ৰাখি তিৰোতাজনীক নমাই সি আকৌ যাবলৈ ধৰিলে।

মান আৰু ইংৰাজে আমাৰ ওপৰত কম অত্যাচাৰ কৰা নাই। কিন্তু তেওঁলোক আছিল আমাৰ শত্ৰু। শত্ৰুই শত্ৰুৰ ওপৰত অত্যাচাৰ কৰিবই। কিন্তু, শিক্ষকসকলতো ছাত্ৰৰ শত্ৰু নহয়। শিক্ষকেই ছাত্ৰৰ প্ৰধান গুৰু। জীৱনৰ বাট দেখাওঁতা। শিক্ষক ছাত্ৰৰ দ্বিতীয় পিতৃ। জন্মদাতা পিতৃতকৈ শিক্ষকৰ দায়িত্ব বহুত বেছি। পিতৃয়ে জন্ম দিয়ে। শিক্ষকে দিয়ে পোহৰ। 'পিতৃ' শব্দটো লিখিবলৈ শিকাই শিক্ষকেই।

অত্যাচাৰ নকৰাকৈ জানো ছাত্ৰক শিকাব নোৱাৰি!

চেকনিডালত হে জানো শিক্ষাৰ মন্ত্ৰটো নিহিত হৈ থাকে!

কিছুমান শিক্ষকে দেখোন নোকোবায়। তেওঁলোক ভাল শিক্ষক নহয় নেকি?

গাড়ীখন ৰাখি সি চাহদোকান এখনত সোমাল।

এক চিঙ্গল চাহ লৈ সি খাবলৈ ধৰিলে।

সৰু ঘটনা এটা তাৰ চকুৰ আগত ভাহি উঠিল।

তেতিয়া সি নৱমমান শ্ৰেণীৰ ছাত্ৰ।

সংস্কৃতৰ শিক্ষকজন বৰ খঙাল আছিল। অলপ কথাতেই তেওঁৰ খং উঠিছিল। খং উঠিলে তেওঁক চাবলৈ ভাল লগা হৈছিল। মূৰটো জোঁকাৰি জোঁকাৰি তেওঁ জপিয়াই ফুৰিছিল।

এদিনৰ কথা।

অঙ্কৰ শিক্ষকজন ওলাই যোৱাৰ লগে লগে ৰমাকান্ত শৰ্ম্মা সোমাই আহিল। কিতাপখন মেলি লৈ তেওঁ শ্লোক এটাৰ অৰ্থ বুজাবলৈ ধৰিলে।

পিচৰ পিনে সি বহি আছিল।

হঠাতে শৰ্ম্মাৰ চকু তাৰ ওপৰত পৰিল। তেওঁ সুধিলে —"তলমূৰকৈ কি কৰিছ?



সি থিয় হল।

—"কথাবোৰ বুজি পাইছ নে নাই?"

সি মনে মনে থকা দেখি তেওঁ কলে--"ওঁ, শ্লোকটো মাতচোন।"

—"ঋণং কৃত্বা ঘৃতং পিবেৎ যাৱজ্জীৱন দুখং ভবেৎ।"

হঠাতে জানো তেওঁৰ কি হ'ল! ওচৰলৈ মাতি নি মেজখনৰ তলত তাৰ মূৰটো সুমুৱাই পিঠিত কোবাবলৈ ধৰিলে।

অসহ্য যন্ত্ৰনাত সি চিঞৰিবলৈ ধৰিলে।

তেওঁ কোবায়ে থাকিল। এনেতে চেকনিডাল ছুটুকুৰা হৈ তেওঁৰ হাতৰ পৰা সৰি পৰিল। সিও ৰক্ষা পৰিল।

তাৰ পিচত সি বেঞ্চৰ ওপৰত থিয় হৈ থাকিব লগা হ'ল।

সি পিঠিত হাতখন দি চাইছিল। হাতখন ৰঙা পৰি উঠিছিল।

কিছুসময় সি থিয় হৈ আছিল। তাৰ পিচত পৰি গৈছিল।

হাস্পাতালত তাৰ জ্ঞান আহিছিল। তাৰ পিচত সি অবাক হৈ গৈছিল। শৰ্ম্মা তাৰ কাষত বহি আছিল। সি চকু মেলা দেখি তেওঁৰ মুখত হাঁহি বিৰিঙিছিল। মূৰটো পিহি পিহি তেওঁ সুধিছিল—"এতিয়া কেনে পাইছ?"

সোঁহাতখনেৰে সি শৰ্ম্মাৰ চকুদুটা মচি দিছিল। শৰ্ম্মাৰ চকুদুটাই বাধা মনা নাছিল। তেওঁৰ চকুলোৰে তাৰ গালখন তিতি উঠিছিল।

শিক্ষকসকলৰ লগত হেড্‌মাষ্টৰো আহিছিল। লৰাবোৰে খিৰিকিৰে চাইছিল।

ৰাতি বেছি হৈ আহিছিল।

অলপ পিচত তেওঁলোক আতঁৰি গৈছিল।

শৰ্ম্মা তাৰ কাষত বহি আছিল।

শ্লোকটো তাৰ মনত আছিল। কিবা ভাবি থকা কাৰণেহে 'সুখং' শব্দৰ ঠাইত 'দুখং' শব্দটো ভুলকৈ আহিছিল।

বহুত কথাই সি ভাবি আছিল।

বহুত কথা।

আগদিনাখন গা অসুখৰ বাবে সি ভাত নোখোৱাকৈ আছিল। গধূলি তাৰ খুব ভোক লাগিল। কিবা আনি খাবলৈও তাৰ হাতত পইচা নাই।

ক্ৰমে তাৰ অসহ্য হৈ আহিল। পেটটোত খামোচ মাৰি ধৰি সি ডেকাৰ দোকান পালেগৈ। হোষ্টেলৰ কাষতে দোকানখন।

সি এক অনা দামৰ বিস্কুট এখন ললে। ডেকাই প্ৰথমতে নিদিবই খুজিছিল; ববকৈ কাবৌ কৰাত দিলে যদিও পইচা অনা সোনকালে দিবলৈ কলে।

পিচদিনাখন স্কুললৈ যাওঁতে ডেকাই চিঞৰি কলে—"অজয়! পইচা অনা নিদিলাচোন!"

লাজতে তাৰ কাণমূৰ ৰঙা পৰিছিল।

"সেই কাৰণে তোমালোকক বাকী দিবলৈ মই টান পাওঁ।"

সি স্কুললৈ গ'ল যদিও পঢ়াত তাৰ মন নবহিল। বাৰে বাৰে ভাবিবলৈ ধৰিলে ডেকাৰ কথাষাৰ।

এক অনা। মাত্ৰ এক অনা।

এনেতে শৰ্ম্মাৰ কথাবোৰ তাৰ কাণত পৰিল—"ঋণং কৃত্বা ঘৃতং পিবেৎ যাৱজ্জীৱন সুখং ভবেৎ—ধাৰ কৰি হলেও ঘিউ খাবা, গোটেই জীৱন সুখেৰে কটাবা।"

তাৰ হাঁহি উঠিল। এক অনাৰ বিস্কুট এখন খাই তাৰ কি অৱস্থা! ঘিউ খালে কথাই নাছিল।

শৰ্ম্মাৰ মাতত সি চক্ খাই উঠিছিল।

ৰাতিপুৱা, সি মূৰটো ডাঙিবলৈ চেষ্টা কৰিলে যদিও নোৱাৰিলে। কেকাঁই কেকাঁই আকৌ শুই থাকিল। শৰ্ম্মাই তাৰ মূৰটো নিজৰ কোলালৈ নি তাৰ মুখৰ পিনে চাই থাকিল। তাৰ পিচত হুকুহুকুকৈ কান্দিবলৈ ধৰিলে।

তাৰো বেয়া লাগিছিল, শৰ্ম্মাক কন্দা দেখি।



—"তই মোক ক্ষমা কৰ, অজয়!" থোকাথুকি মাতেৰে শৰ্ম্মাই কৈছিল।

অজয়ে তেওঁৰ ভৰিখনত খামোচ মাৰি ধৰিছিল।

তাৰ পিচৰ পৰা শৰ্ম্মাৰ পৰিবৰ্ত্তন আহিল। কাৰো ওপৰত অত্যাচাৰ নকৰা হ'ল।

উস্। সেইবোৰ কিমান কথা।

এৰা, শৰ্ম্মাৰ বহুত পৰিবৰ্ত্তন হ'ল। মানুহক তেওঁ চিনি পালে। মানুহৰ অন্তৰত থকা দুঃখী আত্মাটোৰ কথা তেওঁ উপলব্ধি কৰিলে। শিক্ষক আৰু ছাত্ৰৰ মাজত থকা চেনেহৰ বান্ধটো তেওঁ দেখা পালে।

এতিয়া শৰ্ম্মাক সকলোৱে ভাল পায়। কোনোৱে তেওঁৰ বেয়া কথা নকয়। সকলোৱে তেওঁক ভক্তি কৰে।

ভক্তিৰ বাহন চেকনি নহয়, মৰমহে। শৰ্ম্মাই বুজিলে।

শ্ৰেণীত সোমোৱাৰ লগে লগে ছাত্ৰসকল থিয় হয়। তেওঁৰ অনুমতি পালেহে বহে। তাৰ পিচত তেওঁ বুজাবলৈ আৰম্ভ কৰে। এবাৰত নুবুজিলে আকৌ বুজাই দিয়ে। খং নাই। ক্ৰোধ নাই! শৰ্ম্মাৰ মুখখনে কেৱল হাঁহিহে থাকে। তাত বিৰাজ কৰে পবিত্ৰতা। পাপৰ চিন তাত নাই।

আগতে কিন্তু এনে নাছিল। শৰ্ম্মাৰ মুখত সিহঁতে হাঁহি দেখা নাছিল। বিশেষকৈ তাৰ ওপৰত তেওঁৰ খুব খং আছিল। কেতিয়াবা তেওঁৰ প্ৰশ্নৰ উত্তৰ দিব নোৱাৰিলে, তাক কাষলৈ মাতি নি সুধিছিল।—"গৰমৰ বন্ধ খুলিবৰ দিনা স্কুল কিয় হাফ হয় অ?"

—"শোকসভাৰ কাৰণে।"

—"কিয়?"

—"বন্ধৰ ভিতৰত কোনোবা ছাত্ৰৰ মৃত্যুত।"

—"কেনেকৈ মৰে।"

—"কোনোবা টাইফয়েদত, কোনোবা নিউমনিয়াত।"

—"তোৰনো এইবোৰ একো হব নেপায়নে ? তোৰ কিবা এটা হলে, সচাঁ কৈছোঁ, গোঁসাই ঘৰত নৈবেদ্য এখন দিম।"

সেইবোৰ এতিয়া নাই। শৰ্ম্মাই এতিয়া শোকসভাৰ কথা নোসোধে।

চাহদোকানৰ পৰা ওলাই আহি সি গাড়ীত বহিলহি।

টেক্সিখনৰ পোৱাৰ লগে লগে মজহৰে চিঞৰি উঠিল—"তোৰেই দিন ভাই। আমাৰ বহনিয়েই হোৱা নাই।"

অজয়ে হাঁহিলে।

'অসম বাণী'খন লৈ ফজিৰ ব্যস্ত আছিল।

—"কি অ' ফজিৰ ভাই! এক্কেবাৰে চুপ হৈ গলিচোন।" অজয় তাৰ কাষত বহিল।

—"ৰ না অ। ৰাশিফলটো পঢ়িবলৈ দে।"

—"ডাঙৰকৈ পঢ় না।"

ফজিৰে পঢ়ি গ'ল—"দন্ত্য 'স,' 'প'ই 'ত'ই প্ত, তাত আকাৰে প্তা, সপ্তা, 'হ' মূৰ্দ্ধন্য 'ট', তাত ওকাৰে টো, সপ্তাহটো, ধৰ ভাই তয়েই পঢ়। মোৰ মুখৰ বিষ উঠিল।"

—"কি ৰাশি তোৰ?" অজয়ে সুধিলে।

—"ধনুৰাশি।"

অজয়ে পঢ়িবলৈ ধৰিলে—"সপ্তাহটো আগবঢ়াৰ লগে লগে মনলৈ আহিব অদম্য উৎসাহ। গাড়ীৰ যোগেদি আয় বাঢ়িব!"

—"ওঁ। দেখিছোৱেই।"

—"পত্নীৰ পৰা সুখ পাব।"

—"কিহৰ পৰা?"

—"পত্নীৰ পৰা।"

—"পত্নী মানে কি অ'?"

—"তিৰোতা।"



—"ধেৎতেৰী। বিয়া কৰোৱাই নাই, আকৌ পত্নীৰ পৰা সুখ পাম!"

মজহৰ উঠি গৈ তাৰ গাড়ীখনত বহিল। তিৰোতা মানুহৰ প্ৰতি তাৰ খুব বিতৃষ্ণা। 'তিৰোতা' শব্দটোকেই সি শুনিব নোৱাৰে।

—"সন্তানৰ কৃতিত্বই আনন্দ দিব।"

—"দিব।"

—বিদ্যাৰ যোগেদি যশস্যা বাঢ়িব।"

—"বাঢ়িব। ৰাশিফলটোৱেই বানান নকৰাকৈ মাতিব নোৱাৰিলোঁ।"

—"ঠিকাদাৰসকলৰ আয় বাঢ়িব!"

—"ওঁ। এতিয়াহে। গাড়ী চমঝাই দি ঠিকাদাৰ হওঁগৈ এতিয়া।"

—"নতুন সম্পত্তি লাভৰ সুবিধা সপ্তাহটোৱে যোগাব।"

—"মচলেম! অই মচলেম্!! যাচোন, দিয়াচলাই এটা লৈ আহ।"

তাৰ কথাত সকলোৱে হাঁহিলে।

—"এটা কথা ভাই ফলিয়াইছে দে। মনলৈ অলপ উৎসাহ অহা যেন পাইছোঁ।"

—"সকলো কথাই তোৰ গাত ফলিয়াব নেকি? ধনুৰাশিৰ মানুহ কিমান আছে সংসাৰত।"

—"বিয়া হোৱা মানুহ আছে নে নাই?"

—"কিয় নহব?"

—"তাৰ মানে মোৰো বিয়া হব?"

—"হবতো!"

দুহাতেৰে সি অসমবাণীখন তাৰ বুকুত হেঁচি ধৰিলে—'-কাৰোবাৰ যেন এনে মতি হয়, খোদা। তোমাক নো মই কি দিম।

কি আছে মোৰ। গৰীব টেক্সি ড্ৰাইভাৰ। মোৰ কামনা পূৰ্ণ হলে নিয়মমতে ৰোজাকে ৰাখিম এইবাৰৰ পৰা।"

আটাইবোৰেই হাঁহিবলৈ ধৰিলে।

এনেতে ৰহমত্ আহি পালে। গাড়ীৰ পৰা নামিয়েই সি চিঞৰ বাখৰখন লগাই দিলে—"আজি বৰ সাংঘাতিক কথা হ'ল। মানে, মস্ত সাংঘাতিক। মানে, প্ৰকাণ্ড মস্ত সাংঘাতিক। মানে…।"

সি বৈ গ'ল। মজহৰে তাৰ কাণখনত টানকৈ চেপি ধৰি সুধিলে—"ক! মানে?"

—"নাই ককাই, মানে, মাৰপিটৰ কথা নহয়। মানে, আন কথাহে কৈছোঁ।"

মজহৰে ভাবিছিল, ৰহমতে কৰবাত মাৰপিট কৰি অহা বুলি। মাৰপিট সি ভাল নেপায়। সেয়েহে ৰহমতৰ চিঞৰ শুনি সি দৌৰি আহিছিল।

—"কি আন কথা।" ৰহমতৰ কাণৰ পৰা হাতখন এৰুৱাই আনি সি সুধিলে।

—"ছোৱালীৰ কথা।"

মজহৰ একেজাপেই তাৰ গাড়ীৰ কাষ পালেগৈ।

অজয়হতে হাঁহিলে।

—"কচোন, ক'ৰ ছোৱালী?" ফজিৰ তাৰ কাষ পাইছিলহি।

—"ক'ৰ ছোৱালী মই কেনেকৈ জানিম!" মুখত আঙুলি এটা ভৰাই ৰহমতে কলে।

—"তই ক'ত লগ পালি?"

—"গাড়ীত উঠিছিল অ'। এক্কোকেই নুবুজ।" ৰহমতৰ কথাত বিৰক্তিৰ স্পষ্ট সুৰ।

মনে মনে হাঁহিলে সিহঁতে।

কথাটো পাতল হৈ যাব বুলিয়ে ৰহমতে প্ৰথমতে জোৰ নিদিয়ে। যাচি কোৱা কথাৰ হেনো কোনো মূল্য নাই।



ফজিৰহঁতে তাৰ মনৰ ভাব বুজে। আগেয়ে আধাকোৱা কথা এটা শেষ কৰিবলৈ জোৰ কৰিছিল যদিও আজিকালি নকৰে।

ৰহমত মনে মনে থকা দেখি ফজিৰে অসমবাণীখন উলিয়াই লৈ ছবি চাবলৈ ধৰিলে। অজয় এনেয়ে বহি থাকিল।

—"মুখেই চাবা, নে চুলিয়েই চাবা।" ৰহমতে নিজকে কোৱাৰ দৰে কলে।

ফজিৰে বাওঁচকুটো মুদি দিয়া দেখি অজয়ে তাৰ নিজৰ নাকৰ আগটো টিপি ধৰিলে।

—"তিৰোতাও নহয়, গাভৰুও নহয়, ছোৱালী। অৰ্থাৎ যাকে বোলে ছোৱালী।"

ফজিৰে ৰুমালৰ আগটো নাকত ভৰাই দিওঁতে জোৰকৈ হাঁচি এটা আহিল। ৰহমত্ চকুখাই উঠিল।

—"সঁচা ভাই। ছোৱালীৰ লগত মিলামিচা কৰিবলৈ এই লাইনৰ সমান সুবিধা আন ক'তো নাই। গাড়ীও চলাবা, 'ৰিয়াৰ-ভিউত' চাইও থাকিবা। দুয়োখন মুখে একেলগে হাঁহিব। উস্ কিমান মজা। তাৰ পিচত যেতিয়া সুধিব—'পইচা কিমান হ'ল', জোৰকৈ গাড়ীখন চলাই তুমি তাৰপৰা আঁতৰি যাবা। কিমানভাল।"

ফজিৰ আৰু অজয়ে তাৰ পিনে চালে। ৰহমতে দীঘলকৈ শুই ওপৰৰ পিনে মুখ কৰি আকাশৰ লগত কথা পতা দেখি সিহঁতৰ হাঁহি উঠিল।

ৰহমত্ উঠি বহিল।

অজয় আৰু ফজিৰ সাজু হ'ল, তাৰ কথা শুনিবলৈ।

—"তাক কিন্তু মই চাম দেই।"

—"কাক অ!" ফজিৰৰ ওঁঠত তেতিয়াও এডোখৰ হাঁহিয়ে খেলি আছিল।

—"কাক হব আৰু! সেই আব্দুল নে চাব্দুলটোক। হুঁঃ জোতাৰ জোকান দিয়ে।"

ৰহমতৰ কথাত দুয়ো আচৰিত। আব্দুলৰ লগত কাজিয়া কৰি অহা বুলি সিহঁতে বুজিলে। ওচৰ চাপি আহি ফজিৰে ক'লে—"কি হৈছিল, কচোন! ডাঙৰকৈ নকবি! ওস্তাদ আছে। খুব লাহে লাহে।"

ৰহমতে কবলৈ ধৰিলে—"ৰাতিপুৱা যেতিয়া মই যাওঁ, কেইটা বাজিছিল?"

—"নটা। আচল কথাটো কৈ দে না।"

—"ৰহচোন! কবতো ধৰিছোঁৱেই। ওঁ, ইয়াৰ পৰা গৈ চাৰি-আলি পোৱাৰ লগে লগে ছোৱালী এজনীয়ে মাতিলে—'টেক্সি'। মই ৰৈ গলোঁ। তেওঁ উঠি বহিল। এই, চকুৰে কি কৈছ অজয়ক?"

ধমক খাই ফজিৰ মনে মনে থাকিল।

—"ছোৱালীজনীক গাড়ীত তুলি লৈ বজাৰলৈ গলোঁ। তেওঁৰ যে কিমান সকাম। এবাৰ ইখন দোকানত সোমাব। এবাৰ সিখন দোকানত সোমাব। সকলো কাম শেষ হৈ যোৱাৰ পিচত আমি আব্দুলৰ দোকানলৈ গলোঁ। জোতা দেখুৱাবলৈ কৈ আমি বহিলোঁ। সি কেইবাযোৰাও জোতা আনি তেওঁৰ ওচৰত থলে। তাৰ পিচত তেওঁৰ ভৰিৰ ওচৰতে আঠুপাৰি বহি, তেওঁৰ সোঁ-ভৰিখন তাৰ আঠুৰ ওপৰত তুলি লৈ জোতা পিন্ধাবলৈ ধৰিলে। মোৰ তো খং উঠি গৈছিল।"

—"তোৰ কিয় খং উঠিছিল?" ফজিৰে সুধিলে।

—"চুপ্। এপাত সৰু জোতা তেওঁৰ ভৰিত সোমাবলৈ সি চেষ্টা কৰি আছে। পিচে, কোনোমতে নোসোমায়। ইমানজনী ছোৱালীৰ তিনি নম্বৰৰ জোতা কেনেকৈ হব? তেওঁ ভৰিত দুখ পাইছিল। আব্দুলে ভৰিখন পিহি দিছিল।

এপাত এপাতকৈ দহপাতমান চোৱাৰ পিচতহে, তেওঁৰ ভৰিৰ জোখাই জোতা পালে।"



—"ইস্। জোতাৰ দোকানীয়ে নেজানে জানো, কাক কিমান নম্বৰৰ জোতা লাগে।" অজয়ে এনেয়ে কলে।

—"নেজানিব কিয়? সকলো জানে। পিচে, জনাখিনি কামত খটাবলৈ গলে সিহঁতৰ থাকিল কি? লাভৰ কাৰণেতো সিহঁতে দোকান দিয়া নাই। সিহঁতে পাতিছে ফান্দ। নহলে আব্দুলে বি.এ. নে চি.এ. পাছ কৰি জোতাৰ দোকান নিদিলেহেঁতেন। কালুমিঞাহঁতৰো মূৰত ৰামটাঙোন নপৰিলহেঁতেন।"

—"এৰা।" ফজিৰে এনেয়ে মূৰ দুপিয়ালে।

—"দৰ্জ্জিৰ দোকানলৈ যাবি, মাতকে দিব নোখোজে। কিন্তু, ছোৱালী গলে পোনেই ফিটাডাল লৈ আহিব। মাফ্ লোৱাত ওস্তাদ। চাৰ্ট চিলাবলৈ দিবি, বালিচৰ ওৱাৰ বনাই দিব। কিন্তু ব্লাউজবোৰ চাবিচোন! চব টাইট ফিটিং।"

—"আব্দুল কোনজন অ?" অজয়ে সুধিলে।

—"আৰাৱা সু ষ্টৰ্চৰ মালিক। সিয়েই আব্দুল। ইমান ডাঙৰ দোকান, অথচ, আন কোনো কৰ্ম্মচাৰী নাই। সি জোতাও পিন্ধাই দিব, জোতাযোৰ বান্ধিও দিব, পইচাও লব। দোকানৰ নামটো হলে ভাল দিছে। 'আৰাৱা'। তাৰ লগত মিলিছে।

তাৰ চেহেৰাটো কি চাবি। গোটেই মুখখনৰ ভিতৰতে নাকটো আৰু চকুদুটাই সাৰ। নাকটো ওখই কমেও চাৰি আঙুল। বহলও প্ৰায় চাৰি আঙুল হব। মানে, এটা প্ৰকাণ্ড সমবাহু ত্ৰিভুজ। নাকৰ ওপৰত দুটা ডাঙৰ বৃত্ত।

—"সমবাহু ত্ৰিভুজ কি অ?" ফজিৰে সুধিলে।

—"কিয়, জ্যামিতিত পোৱা নাই? যি ত্ৰিভুজৰ তিনিওটা বাহু সমান তাক সমবাহু ত্ৰিভুজ বোলে।

তাৰ পৰা ওলাই আহি আকৌ গাড়ীত উঠিলোঁ। তেওঁ সুধিলে "পইচা কিমান হ'ল?" মই একো নেমাতিলোঁ। তেওঁ এইবাৰ মনোহাৰী দোকান এখনত সোমাল। মই গাড়ীত বহি থাকিলোঁ।

অলপ পিচত তেওঁ ওলাই আহি গাড়ীত উঠিল। মোলৈ চক্‌লেট্ এটা আগবঢ়াই সুধিলে—"বৰ কষ্ট হৈছে নহয় ?"

ফজিৰে চুলিকোচা তললৈ নমাই দিয়া দেখি তাৰ বৰ খং উঠিল। খং কৰিলে কোনেও তাৰ কথা নুশুনিব ভাবি সি একো নকলে।

—"কষ্ট আৰু কি!"

তেওঁ হাঁহিলে।

ফজিৰে জিভাখন উলিওৱা দেখি তাৰ আকৌ খং উঠিল।

—"খং উঠিলে ময়দা বনাই দিম।"

—"তাৰ পিচত কি হল ?" অজয়ে সুধিলে।

—"ওঁ, চাৰিআলি পাওঁতে তেওঁ নামি গ'ল। মই তেওঁক ঘৰত থৈ আহিব খুজিছিলোঁ। তেওঁ নেলাগে বুলি কোৱাত নমাই দিলোঁ।"

—"ভাৰা দিলে নে নাই ?"

—"দিব খুজিছিল যদিও ময়েই নললোঁ। পিচে, তেওঁ হলে এনেয়ে যোৱা নাই। বস্তু এটা দি গৈছে।"

—"চাওঁ।"

—"নেলাগে দে। পিচত চাবি।"

—"দেখা না।"

ৰহমতে জেপৰপৰা কাগজৰ টোপোলা এটা উলিয়াই খুলিবলৈ ধৰিলে। জুনুকা এটা ওলাই পৰিল।

অজয় আৰু ফজিৰে হাঁহিবলৈ ধৰিলে।

—"গাড়ী চলাবলৈ নেলাগে যা। জুনুকা খেলগৈ।"

ফজিৰৰ কথাত লাজ পাই, ৰহমত তাৰপৰা আঁতৰি গ'ল।

মজহৰক তাৰ ভাল লাগে।

ধীৰ, শান্ত এটা জীৱন। আবেগ নাই। চঞ্চলতা নাই।

কেৱল কাম কৰি গৈছে।

মজহৰ তাৰ বন্ধু। প্ৰাণৰ দোস্ত।



মজহৰে হাঁহে। খুব হাঁহে। মজহৰৰ হাঁহিত সি পাহৰি যায় তাৰ শুকান অতীতটো। বেজাৰ আঁতৰে। মুখলৈ হাঁহি আহে।

মজহৰে হাঁহিব জানে। আনকো হঁহুৱাব জানে।

সি কান্দিব জানে। আনকো কন্দুৱাব জানে।

সিদিনা মজহৰ ধৰা পৰি গ'ল।

হাঁহোতে হাঁহোতে কেতিয়া যে ছুসোতা চকুলো বাগৰি আহিছিল, সি কব পৰা নাছিল। অজয়ে তাৰ চকুছুটা মচি দিছিল। লাজতে সি তলমূৰ কৰিছিল।

চকুলোক কোনে ভেটা দিব!

হাঁহিয়ে ভেটা দি ৰাখিব পাৰিব জানো ছুঃখী আত্মাৰ চকুলোক।

নোৱাৰে।

মজহৰৰ হাঁহিয়েও নোৱাৰিলে।

তথাপি সি হাঁহিবলৈ চেষ্টা কৰিছিল। আচল কথাটো লুকুৱাবলৈ চেষ্টা কৰিছিল। হাঁহিলেও তাৰ চকুৰ পৰা চকুলোৰ দাগ মচ খোৱা নাছিল।

সেইবোৰ বহুত কথা।

কিয় জানো আজি মনলৈ আহিছে মজহৰৰ কথাবোৰ।

মজহৰ তেতিয়া চফল ডেকা। ঘৰত তাৰ দেউতাক আৰু সৰু ভায়েক। মাক আগতেই ঢুকাল।

ৰাতিপুৱা সি ওলাই যায় পথাৰলৈ। দেউতাক ঘৰত থাকে। ৰন্ধা-বঢ়া কৰে। হাফিজ স্কুললৈ যায়।

শাওনৰ বোকা খচি খচি সি কঠিয়া ৰোৱে। গোটেই গাটো বোকাৰে ভৰি পৰে।

সিহঁতৰ মাটিৰ কাষতে জুলেফাইহঁতৰ মাটি। তাক দেখি জুলেফাই হাঁহে।

—"এই, চহৰলৈ যাবি নেকি ?"

—"চহৰলৈ কিয় ?" তাইৰ মুখৰ পিনে চাই সি সোধে।

—"পুইচা পাবি।"

—"কোনে দিব ?"

—"মানুহে।"

—"ধেৎ।"

সি আকৌ কামত লাগি যায়। জুলেফা তাৰ কাষ চাপি আহে।

—"হোঁ, এইখিনি খাই ল।"

আলিৰ দাঁতিতে থকা পানীৰ দোঙ্গাটোত হাতখন ধুই গিলাচটো সি হাতপাতি লয়।

—"মোলৈ কিয় আনিলি ?"

—"তহঁতৰ যে কোনো নাই।"

—"কিয়, সকলো আছেচোন।"

—"মা নাই। আৰু বহুতো নাই।"

—"তোৰ দুখ লাগে নেকি ?"

—"ওঁ। মোৰ মাই মোক ইমান মৰম কৰে। তোৰ মা নাই। তোক কোনে মৰম কৰিব।"

সি তলমূৰ কৰে। মাকলৈ তাৰ মনত পৰে। তাৰ সকলো আছে। কেবল মাক নাই। জুলেফাহঁতৰ মাক আছে, তাৰহে নাই।

আঘোনৰ ৰঙা বেলিটোৰ ৰঙা ৰহন পৰি জুলেফাৰ মুখখন ৰঙাচঙা পৰে। এবুকু ধানৰ মাজত থিয় হৈ সি চাই থাকে। কাচিখনৰ ওভোতা পিঠিৰে কপালৰ ঘামখিনি চুচি পেলাই, তাই আকৌ ধান কটাত ব্যস্ত হৈ পৰে।

জুলেফাৰ হাতৰ পৰা কাচিখন সি কাঢ়ি লয়।

তাই তৃপ্তিৰ হাঁহি মাৰে।

পকা ধানৰ ঠোকবোৰে আনন্দত নাচে।



চহৰৰ পৰা তাইলৈ সি মণি আনে। চুৰী আনে।

জোনাকৰ মাজত বহি সিহঁতে মেল পাতে।

তৰাভৰা আকাশখনে হাঁহে।

সিহঁতেও হাঁহে।

ওচৰৰ গাওঁত ভাওনা হয়। দুয়ো একেলগে বহে। সীতাৰ দুখ দেখি জুলেফাৰ বেজাৰ লাগে। মজহৰৰ বুকুত মূৰ থৈ তাই উচুপি উচুপি কান্দে।

সি সপোন দেখে। ভবিষ্যতৰ ৰঙা নীলা অজস্ৰ সপোন।

সপোন ভাগে। নিয়তিয়ে ক্ৰূৰ হাঁহি মাৰে।

জুলেফা সিহঁতৰ ঘৰলৈ আহে।

সি কান্দিছিল। কান্দোতে কান্দোতে চকুদুটা ৰঙা পৰিছিল। তাৰ পিচত সি পথাৰলৈ গৈছিল।

থিয় হৈ থকা লৰাবোৰে তাৰ পিনে চাই হাঁহিছিল। ইফালে সিফালে সি ঘূৰি ফুৰিছিল।

মদাৰগছজোপাৰ তলত বহি সি আকৌ কান্দিছিল।

—"এইয়া কি কৰিলা খোদা। জুলেফাক মই কি বুলি মাতিম এতিয়া।"

—"মা।" কোনোবাই কৈ উঠিছিল।

সি ঘৰলৈ আহিছিল। পাহৰি গৈছিল সকলো দুখ। দলিয়াই পেলাইছিল অন্তৰৰ সকলো বেদনা।

হাফিজে কলেজত নাম লগালে। মজহৰৰ দায়িত্ব বাঢ়ি গ'ল। কামৰ মাজতেই সি ডুব গৈ থাকিল।

ৰাতিপুৱা গৰুহাল লৈ সি ওলাই যায়। দিনৰ দিনটো

পথাৰত কাম কৰে। আজিকালি দেউতাকও মাজে সময়ে পথাৰলৈ যায়। সি হাল বায়। দেউতাকে আলি দিয়ে।

আকাশখন মেঘেৰে ভৰি পৰে। মেঘবোৰলৈ চাই সি হাঁহে। বৰষুণ হব। পথাৰখন পানীৰে ভৰি পৰিব। কঠিয়াবোৰ লহ্-পহ্কৈ বাঢ়ি আহিব।

খৰিভাৰৰ লগত জহাচাউলৰ টোপোলা এটা লৈ সি চহৰলৈ যায়। হাফিজক বুজনি দিয়ে। ভালকৈ পঢ়িবলৈ কয়।

কেতিয়াবা একেলগে কেইবাদিনো বৰষুণ নহাকৈ থাকিলে তাৰ চিন্তা হয়। ৰঙা পৰি উঠা কঠিয়াবোৰলৈ তাৰ দুখ লাগে।

বৰষুণ দিবলৈ সি খোদাৰ ওচৰত ফৰিয়াদ কৰে।

কেতিয়াবা নাঙলখন পথাৰত থৈ আহেগৈ। কেতিয়াবা ভেকুলীৰ বিয়া পাতে।

দূৰৰ আকাশখন ক'লা পৰি আহে। চোতালত পৰুৱাবোৰে দীঘল শাৰী পাতে।

ক'লা মেঘবোৰে কান্দে।

সি হাঁহে।

এদিনৰ কথা।

পথাৰত সি হাল বায় আছিল। অলপ আঁতৰত দেউতাকে ফয়জলহঁতৰ লগত কিবা কথা পাতি আছিল।

দেউতাকৰ চিঞৰ শুনি সি উচপ্ খাই উঠিল। মজহৰ আগবাঢ়ি গ'ল।

দেউতাকে অভিযোগ কৰিছিল, সীমা চেপা বুলি। ফয়জলহঁতে মানি লোৱা নাই।

মজহৰে ফয়জলৰ পিনে চালে। তাৰ হাতত এখন দা।

হঠাতে দুয়োজনকে সিহঁতে আগুৰি ধৰিলে।

মজহৰৰ দেউতাক বাগৰি পৰিল। অলপ পিচত সিও পৰি গ'ল।



তিনিদিনৰ মূৰত তাৰ জ্ঞান আহিল। সি 'মা' 'মা' কৈ মাতিলে। কিন্তু কাৰো মাত নেপালে।

অলপ পিচত জুলেফাৰ মাক আহিল। মজহৰে চকুমেলা দেখি তেওঁৰ মুখখন উজলি উঠিল।

বুঢ়ীৰ মুখত সি শুনিছিল, সকলোবোৰ কথা। দেউতাক হেনো মৰিল। মাকক হাফিজে নিলে।

ভালেই হ'ল। সি ভাবিছিল। গাওঁত থাকিলে মাকৰো কিবা অন্যায় হব পাৰে। চহৰত থকাই ভাল।

মাক আৰু হাফিজক চাবলৈ সি চহৰ পালেগৈ।

সন্মুখৰ কোঠাটোত সি বহি থাকিল। আবেলি হাফিজ আহি পালে। গাৰ কোটটো সোলোকাই সি জুলেফাক মাতিলে—"জুলেফা! অ' জুলেফা!"

জুলেফা তাৰ ওচৰ পালেহি।

হাফিজে জুলেফাক সাবট মাৰি ধৰিলে। জুলেফাই মুখখন তাৰ ওঁঠত লগালে।

এটা সৰু শব্দ।

পৰ্দ্দাৰ ফাঁকেৰে সি সকলোবোৰ দেখিছিল। খঙত মূৰটো তাৰ গৰম হৈ উঠিছিল।

একেজাপেই সি হাফিজৰ কাষ পালেগৈ। হাফিজ চক্খাই উঠিল।

মজহৰে তাৰ গালত চৰ এটা বহুৱাই কলে—"কুকুৰ! লাজ নেলাগে। তোৰ মা নহয়?"

তাৰ পিচত সি ওলাই আহিছিল।

কাঠগড়াত থিয় হৈ সি উচুপিছিল।

হাফিজ উকিল তাৰ পিনে আগবাঢ়ি আহিছিল।

উদাস দৃষ্টিৰে সি চাই আছিল।

হাফিজে তাক সুধিছিল—"তুমি জুলেফাক হত্যা কৰিবলৈ চেষ্টা কৰিছিলা ? ওঁ, কোৱা। মিছা নকবা।"

হাফিজৰ নির্দ্দেশত জুলেফাই বাওঁহাতৰ বেণ্ডেজটো খুলি দিছিল। কটা ঠাইডোখৰৰ পৰা তেতিয়াও তেজ পৰি আছিল।

ৰঙা তেজবোৰ দেখি তাৰ গাৰ নোম শিয়ৰি উঠিছিল। 'ডাক্তৰ' 'ডাক্তৰ' কৈ সি চিঞৰিছিল।

হাকিমে হাঁহিছিল। উকিলে হাঁহিছিল। আন মানুহবোৰেও হাঁহিছিল।

—"দোষ লুকুৱাবলৈ বৃথা চেষ্টা"।

হাফিজৰ পিনে সি চাইছিল। খং উঠিছিল তাৰ।

—"তোমাৰ উকিল ?" হাকিমে সুধিছিল।

—"দোষ স্বীকাৰ কৰিছোঁ।" সি লাহে লাহে কৈছিল।

ছয়বছৰৰ সশ্ৰম কাৰাদণ্ডৰ আদেশ মূৰ পাতি লৈ সি কাঠগড়াৰ পৰা নামি আহিছিল।

হাফিজৰ কাষত জুলেফা বহি আছিল।

জুলেফাৰ ভৰিত মূৰটো লগাই সি কৈছিল—"মা। মোক ক্ষমা কৰিবা।"

তাৰ চকুৰ পানীৰে আদালতৰ মজিয়াখন তিতিছি গৈছিল। হাফিজে ভৰিৰে সেইবোৰ মচি দিছিল।

তাৰ দুখ লগা নাছিল। অলপো দুখ লগা নাছিল।

কয়দীৰ চকুলোৰ মূল্য কি ?

মনে মনে সি হাঁহিছিল।

দিনৰ পিচত দিন পাৰ হৈ যায়।

জেলৰ জীৱন তাৰ ভাল লগা হৈ আহে।

দিনৰ দিনটো কাম কৰে। ৰাতি শুই শুই ভাবে।

জুলেফাৰ হাতৰ ঘা-ডোখৰ শুকাল জানো! তাৰ চিন্তা বাঢ়ি আহে। কেনেকৈ যে কাটিলে। ইমান অসাৱধান!



'মা!' কিমান ভাল লাগে মা বুলি মাতিবলৈ।

তাৰ যদি আজি নিজৰ মাক থাকিলহেঁতেন!

চকু দুটাৰ পাৰ ভাঙে। গামোচাখনেৰে মুখখন মচি আকৌ সি ভাবে। আকৌ কান্দে।

কান্দি কান্দি ভাবে। পবিত্ৰ কোৰাণৰ এষাৰ কথা তাৰ মনত পৰে। "মা কাছাবাত ওৱা আলাইহা মা কাছাবাত—ভাল আৰ্জ্জিলে ভাল ফল আৰু বেয়া আৰ্জ্জিলে বেয়া ফল পাব।"

সি কি বেয়া কাম কৰিছিল বাৰু! জুলেফাক জানো সি হত্যা কৰিবলৈ গৈছিল। মাকৰ হাতত জানো সি আঘাত কৰিছিল।

"তাৰ কাষৰ কোঠাটোৰ পৰা ভাগবদ্‌গীতাৰ এষাৰ নীতি কথা ভাহি আহিল। "কৰ্ম্মণ্যেবাধিকাৰস্তে মা ফলেষু কদাচন—কৰ্ম্মত তোমাৰ অধিকাৰ আছে, কিন্তু কৰ্ম্মফলত তোমাৰ কোনো অধিকাৰ নাই।"

ঠিক কথা। সি ভাবে। মোৰ কাম মই কৰি গৈছোঁ। কিবা যদি বেয়া কৰিছোঁ, আল্লাই দেখিব।

কিন্তু আল্লাই যদি সিহঁতৰ বেয়া কৰে। হাফিজ আৰু জুলেফাৰ ?

সি আঠুকাঢ়ি বহিল।

—"খোদা! এটা মাত্ৰ মোৰ অনুৰোধ। সিহঁতৰ যেন তুমি মঙ্গল কৰা। সিহঁতে যে একোকে নুবুজে। তুমি সিহঁতৰ দোষ নধৰিবা, খোদা। সকলো দোষ মোৰ। মোক তুমি শাস্তি দিয়া!"

এন্ধাৰ কোঠাটোলৈ দিনৰ পোহৰ আহে। তাৰ মনৰ ভাববোৰ আঁতৰি যায়।

অলপ পিচত সিহঁতক তাৰপৰা লৈ যায়।

গধূলি আকৌ কোঠাটোত সোমায়।

ওচৰৰ কোঠাটোৰ পৰা কয়দীজনে মাত দিয়ে—'আহিলা মজহৰ!'

—"ওঁ।" সি লাহেকৈ কয়।

তাৰ পিচত মানুহজনে গীতা পাঠ কৰিবলৈ ধৰে।

সি শুনি যায়।

তাৰ ভাল লাগে।

ছটা বছৰ পাৰ হৈ গ'ল। এদিন সি ওলাই আহিল জেলৰ পৰা।

সি গাওঁ পালেগৈ। সিহঁতৰ ঘৰটো বিচাৰি নেপাই সি আচৰিত হৈ গ'ল।

জুলেফাৰ মাকৰ পৰা সি সকলো শুনিলে। হাফিজে হেনো সকলো সম্পত্তি ফয়জলক দি গ'ল।

সি আকৌ ওলাই আহিল গাওঁৰ পৰা। অলপ দূৰ আহি আকৌ সি পিচলৈ চালে।

সৌখন গাওঁ। তাৰ জন্মভূমি। সৌটো মাকৰ কবৰ। সৌটো দেউতাকৰ।

মাকৰ কবৰটোৰ ওপৰত মূৰ থৈ সি হুক্‌হুক্‌কৈ কান্দিলে। "মা? আজি মই যামগৈ ইয়াৰ পৰা। তুমি থাকিবা। তোমাৰ ওচৰলৈ কোন আহিব? কোনে তোমাৰ কবৰত মমবাতি জ্বলাব?"

দেউতাকৰ কবৰটোৰ ওপৰত হাত এখন থৈ সি কিবা ভাবিলে। তাৰ পিচত উঠি আহিল।

পথাৰখন ধানেৰে উপচি পৰিছে। আৰু এমাহ পিচত ধান পকিব। হালধীয়া ধানৰ ঠোকবোৰে হাঁহিব।

এইখিনিত, ওঁ, এইখিনিত থিয় হৈ সি কঠিয়া ৰুইছিল। জুলেফাই চাহৰ গিলাচটো তাৰ পিনে আগ বঢ়াই দিছিল।

সৌজোপা মদাৰ। জুলেফাৰ বিয়াৰ দিনাখন সি মদাৰজোপাৰ তলত বহি বহি কান্দিছিল।

সৌখিনিত ফয়জলহঁতে সিহঁতক আগুৰি ধৰিছিল।

সি আগ বাঢ়িবলৈ ধৰিলে। কিন্তু স্মৃতিবোৰে তাৰ লগ



নেৰিলে। অতীতৰ স্মৃতিয়ে তাৰ চকুলৈ বান আনে। বুকুৰ কোনোবা এটা কোণ বিষাই উঠে।

সি কান্দে।

অজয়ে শুনি গৈছিল মজহৰৰ কাহিনী। দুখ লাগিছিল তাৰ। সিও কান্দিছিল।

ৰহমতে কিন্তু সদায় হাঁহি থাকে। তাৰ কোনো দুখ নাই। ছোৱালীৰ কথা কৈ সি ভাল পায়। শুনিও ভাল পায়। তাৰ মনৰ ভাব, সকলো ছোৱালীয়েই যেন তাক পাবৰ কাৰণে ব্যস্ত।

গাড়ী চলালেও সি বেচ পৰিপাটিকৈ থাকে। কেতিয়াবা গোঁফ ৰাখে, কেতিয়াবা খুৰাই পেলাই, কোনোবাই বেয়া বুলিলে।

সেয়েহে সি ঠগে। সি চিনেমা চাবলৈ ভাল পায়। সপ্তাহত কমেও তিনিখন চাবই।

এদিনৰ কথা। গোটেই কেইজনে টেক্সিষ্টেণ্ডত মেল পাতি আছিল। এনেতে দুজন মানুহ ৰিক্সা এখনত উঠি সেইপিনে আহিল। এজনে কাগজ কিছুমান দলিয়াইছে। আনজনে চিঞৰিছে—"আজি ড্ৰাইভাৰ চিনেমা হব!"

ৰিক্সাখন আঁতৰি যোৱাত ৰহমতে কলে—"ফজিৰ! টিকত কাটগৈ যা! এই দুটকা ল। চাৰিখন কাটিবি।"

—"কোন কিলাচ?"

—"থাৰ্ড।" ৰহমতে গহীন হৈ কলে।

গধূলি সিহঁত চিনেমা চাবলৈ গ'ল।

ফজিৰৰ কাষতে তিৰোতা এজনী বহিছিল। ৰহমতে ফজিৰক তাৰ ঠাইলৈ পঠিয়াই, তিৰোতাজনীৰ কাষত বহিল।

অলপ পিচতে চিনেমা আৰম্ভ হ'ল।

গহীন বননিৰ মাজেৰে টেক্সিখন আগবাঢ়ি গৈছে। ৰাতি

তেতিয়া ভালেখিনি হৈছিল। বৰষুণৰ শব্দত সি একোকে শুনা নাছিল। বিজুলীৰ চমকনিত বাৰে বাৰে চমকি উঠিছিল।

বহল আলিটোৰে সি আগবাঢ়িবলৈ ধৰিলে। এনেতে সি দেখিলে এজনী ছোৱালী গছজোপাৰ তলত থিয় হৈ আছে। ওচৰত আন তিনিজন মানুহ। সিহঁতৰ হাতত বন্দুক। সি ৰৈ গ'ল।

সি ওচৰ পোৱাৰ লগে লগে এজনে কলে—"আমি চাৰিজন হলোঁ।" সি তাৰ মুখৰ পিনে চালে।

ভয়তে ছোৱালীজনী কঁপিছিল।

আন এজনে কলে—"বৰষুণ এৰিলেই আমি তাইক লৈ যাম। তয়ো থাকিবি আমাৰ লগত।"

সি এনেয়ে হাঁহিলে। তাৰ পিচত ছোৱালীজনীৰ কাষলৈ গৈ কলে—"এই ছোৱালী! মুখখন অলপ তোলচোন। অলপ চাই লওঁ।"

তাৰ কথাত মানুহ তিনিজনে হাঁহিলে।

অলপ পিচত গাড়ীৰ পোহৰ দেখা গ'ল।

সি কলে—"সেইখন পুলিচৰ গাড়ী। মই লগ পাই আহিছোঁ।"

—"পুলিচ।" সিহঁত চমকি উঠিল। "কি হব এতিয়া?"

—"আপোনালোক গছত উঠক। ছোৱালীজনীক লৈ মই হাবিৰ মাজলৈ যাওঁ। গাড়ীখন দেখিলে তেওঁলোকে সন্দেহ কৰিব।" ড্ৰাইভাৰজনে কলে।

মানুহ তিনিজন গছত উঠিল।

ছোৱালীজনীক তুলি লৈ সি গাড়ী চলাই দিলে।

অজয়ে ৰহমতৰ পিনে চালে। ৰহমতৰ কান্ধত মূৰ থৈ তিৰোতাজনীয়ে চানাচুৰ খাই আছে। মনতে সি হাঁহিলে।

তুৰন্ত দুৰ্ব্বাৰ গতিত গাড়ী আগবাঢ়িবলৈ ধৰিলে। ছোৱালী-জনীৰ ভয় লাগিছিল। তাই উচুপি উচুপি কান্দিবলৈ ধৰিলে।

সেইপিনে মন নকৰি ড্ৰাইভাৰজনে গাড়ীৰ গতি বঢ়াই দিলে।



এনেতে বন্দুকৰ শব্দ শুনা গ'ল। 'ৰিয়াৰভিউত' এডোখৰ উজ্জ্বল পোহৰ জিলিকি উঠিল।

ৰাজপথ এৰি, হাবিৰ মাজৰ সুৰসুৰীয়া আলি এটাৰে সি সোমাই গ'ল। ছোৱালী জনীয়ে সুধিলে—"ইয়ালৈ কিয় আনিলে?"

গাড়ীৰ গতি বন্ধ কৰি সি বহি থাকিল।

সি মনে মনে থকা দেখি তাইৰ বৰ খং উঠিল।

—"বদমাচ! লাজ নেলাগে।" তাৰ গালতে তাই চৰ এটা মাৰি দিলে।

সি হাঁহিলে।

এনেতে আকৌ বন্দুকৰ শব্দ শুনা গ'ল। পিচে পিচে অহা গাড়ীখন পাৰ হৈ গ'ল। তাই তাৰ পিনে চালে। সি তেতিয়াও হাঁহি আছিল।

গাড়ীখন ঘূৰাই সি আকৌ যাবলৈ ধৰিলে।

—"মোক কলৈ নিব?" ভয়ে ভয়ে তাই সুধিলে।

—"তোমাৰ ঘৰলৈ।"

ডিঙিৰ হাৰডাল তাৰপিনে আগবঢ়াই তাই কলে—"মাৰ অসুখ। আজি আবেলি খবৰ পালোঁ। সেই কাৰণে অকলেই ওলাই আহিছিলোঁ। বাটতে ইহঁতে লগ পালে। আপুনি মোক ঘৰত থৈ আহিব? আপোনাক যি লাগে মই তাকেই দিম। মোক বিপদত নেপেলাব।"

বাওঁখন হাতেৰে ড্ৰাইভাৰজনে হাৰডাল ছোৱালীজনীৰ ডিঙিত পিন্ধাই দি কলে—"মই আছো নহয়। তোমাৰ কোনো বিপদ নহয়, ভনী।"

ছোৱালীজনীয়ে তাৰ গালখন পিহি দিলে।

অজয়ৰ চকুপানী ওলাল। সঁচা; ককায়েক থাকোঁতে ভনীয়েক কেনেকৈ বিপদত পৰিব।

পদূলি মুখ পোৱাৰ লগে লগে ছোৱালীজনী নামি তাক ক'লে—"আপুনিও আহক।" তাই ভিতৰ সোমাল।

ঘৰৰ ভিতৰৰ পৰা কান্দোনৰ বোল ভাহি আহিল। সি খিৰিকিৰ কাষত থিয় হ'ল। ছোৱালীজনীয়ে মাকৰ মৰাশটোৰ ওপৰত পৰি কান্দিছে—"তই মোক এৰি কিয় গলি, মা? মই কাক মা বুলি মাতিম।"

সি ঘূৰি আহি আকৌ গাড়ীত বহিল।

গাড়ী আগবাঢ়িবলৈ ধৰিলে। কিন্তু খুব লাহে লাহে। গাড়ীৰ গতিত কোনো চঞ্চলতা নাই। নাই কোনো ব্যাকুলতা।

মা!

বাওঁখন হাতেৰে সি চকুদুটা মচি ললে। কিমান দুখ। ছোৱালীজনীৰ মাক মৰিল। তাই কান্দিছে। কিন্তু, মাক ঘূৰি আহিব জানো?

শ্মশানৰ জুইকুৰাই মাকক শেষ কৰি নিদিব জানো!

তাৰ মাক নাই। দেউতাকো নাই। সকলো মৰিল।

বহুত কথাই তাৰ মনত পৰে

বহুত কথা।

শ্মশানখন বাৰে বাৰে তাৰ চকুৰ আগত ভাহি উঠে।

সেইখন শ্মশানত কিমান মানুহ শেষ হৈ গ'ল।

সকলোৰে শেষ আশ্ৰয় শ্মশান।

ছোৱালীজনীও এদিন মৰিব। সিও মৰিব।

সিহঁতৰ ল'ৰা-ছোৱালীবোৰে কান্দিব। কান্দি কান্দি, সিহঁতে এদিন কান্দিবলৈ পাহৰি যাব। তাৰ পিচত, বহুত দিন পিচত, এজন এজনকৈ সিহঁতো এদিন শেষ হৈ যাব।

মৃত্যুৰ কাৰণেই যে আমাৰ জন্ম। মৃত্যু আমাৰ আজীৱনৰ স্বপ্ন।

তাৰ গাড়ীখনত কিমান যাত্ৰী উঠিল।

অলপ দূৰ গৈ আকৌ নামি যায়। নতুন যাত্ৰী আহে।



অলপ দূৰ। অলপ সময়। অলপ আগ্ৰহ।

যাত্ৰা শেষ হৈ আহে। শেষ হৈ আহে যাত্ৰাৰ ভাগৰ।

তথাপি মানুহে চেঁকিত উঠে।

নামিব লাগিব বুলি জানিও উঠে।

ভাৰাৰ কাৰণে কাজিয়াও কৰে।

কি প্ৰয়োজন এইবোৰৰ!

শেষ হৈ য'ক সকলো।

পৃথিৱীৰ পৰা আঁতৰি য'ক এই মায়া-মোহবোৰ।

শুকাই য'ক মমতাৰ ৰংচঙীয়া পাহিবোৰ।

থাকক তেওঁ।

ভগবান।

এচোতাল জোনাকৰ মাজত অকলে হাঁহক তেওঁ।

মাত্ৰ তেওঁ। সৃষ্টিকৰ্তা—এই বহল পৃথিৱীখনৰ।

সি আগবাঢ়িবলৈ ধৰিলে। এনেতে দেখিলে, অলপ দূৰত তিনিজন মানুহ থিয় হৈ আছে। গাড়ীৰ গতি সি একেবাৰে কমাই দিলে।

মানুহ তিনিজনৰ নিৰ্দ্দেশত সি গাড়ীৰ পৰা নামিল। এজনে সুধিলে—"তাইক ক'ত থৈ আহিলি?"

সি মনে মনে থাকিল।

—"নকৱ কিয়?"

—"ঘৰত থৈ আহিলোঁ।"

তাৰ বন্দুকটোৱে গৰ্জ্জি উঠিল। ড্ৰাইভাৰ পৰি গ'ল।

গাড়ীখন লৈ মানুহ তিনিজন গুচি গ'ল।

বোকাৰ মাজত সি চট্‌ফটাবলৈ ধৰিলে। ৰঙা তেজেৰে তাৰ বুকুখন ৰঙা হৈ উঠিছে। বোকাবোৰো ৰঙা হৈ পৰিছে।

তাৰ উশাহ ক্ষীণ হৈ আহিল।

লাইটবোৰ জ্বলি উঠিল। অজয় থিয় হৈ ৰহমতক মাতিলে। ৰহমতে তিৰোতাজনীৰ মুখৰ পিনে চায়েই চিঞৰ মাৰি দিলে —"বাপ্‌ৰে।" অজয় তাৰ কাষ পালেগৈ। ৰহমত কঁপিছিল। বুঢ়ীয়ে হাঁহি হাঁহি সুধিলে—"কা হ' বাবু! ক্যা হুৱা?"

সিহঁত ওলাই আহিল। বাটত ৰহমতে এষাৰো কথা কোৱা নাছিল। ফজিৰে হাঁহিছিল--"চানাচুৰ কেইপেকেট গ'ল অ ?"

--"চুপ।"

অজয়হঁতে হাঁহিছিল।

ৰমাপতি চাৰলৈ মনত পৰিলে তাৰ হাঁহি উঠে।

সিহঁতৰ স্কুলৰে শিক্ষক তেওঁ। তেওঁৰ লগত আৰু আঠজন ছাত্ৰ আছিল।

মেচত ছাত্ৰবোৰেই ভাত ৰান্ধে। মাছ থাকিলে চাৰ কেতিয়াবা নিজেই যায়। ৰমাপতি চাৰে মাছ ভাল পায়। মেকুৰী বুলিলে তেওঁৰ খং উঠে।

নৃপেন শৰ্ম্মা চাৰৰ খুব মৰমৰ।

এদিনৰ কথা। টিউস্যনৰ পৰা গধূলি উভতি আহি চাৰে ৰান্ধনি ঘৰৰ খিৰিকিৰে চালে। বিৰক্তিত তেওঁৰ কঁপালৰ শিৰ-কেইডাল কোঁচ খালে। নিজেই পানী এঘটি আনি ভৰি হাত ধুই তেওঁ বিচনাত পৰিল।

ভাত বাঢ়ি শৰ্ম্মাহঁত বৈ থাকিল।

অৱশেষত শৰ্ম্মা গ'ল চাৰক মাতিবলৈ।

চাৰে এটা চকু অলপমান মেলি আকৌ টোপনিৰ ভাও ধৰিলে। শৰ্ম্মাই মাতিলে—"চাৰ, ভাত হৈছে।"

—"ওঁ।" চাৰে চকু দুটা লাহে লাহে মেলি দিলে। "বজাৰলৈ কোন গৈছিলা আজি?"

—"মই চাৰ।" ভয়ে ভয়ে শৰ্ম্মাই কলে।

—"বজাৰত মাছৰ কিজানি বৰ দাম।"



—"হয় চাৰ।"

—"একেবাৰে জুই।"

—"হয় চাৰ।"

—"কেনেকৈ মাছ খাবা?"

--"নোৱাৰি চাৰ।"

—"দাইল তৰকাৰী খোৱাই ভাল।"

—"হয় চাৰ।"

—"এতিয়া কি ৰান্ধিলা?"

—"দাইল ৰান্ধিলোঁ চাৰ। আৰু এখন তৰকাৰী।"

চাৰে লেম্‌টো অলপ কমাই, শৰ্ম্মাক কলে—"তোমালোকেই খোৱাগৈ। মই নেখালেও হব। মোৰতো মুখ নাই। তোমালোকৰহে আছে। মোকতো ভগবানে মুখ দিয়া নাই।"

শৰ্ম্মা থিয় হৈ থকা দেখি চাৰে আকৌ কলে—"ওঁ যোৱা।"

শৰ্ম্মা লাহে লাহে উভতি আহিল।

ৰান্ধনি ঘৰৰ দুৱাৰমুখত লৰাহঁতে চাৰলৈ অপেক্ষা কৰি আছে। কমল সৰু ল'ৰা। লোলুপ দৃষ্টিৰে সি কাঁহীকেইখনলৈ চাই আছে। শৰ্ম্মা ওচৰ পোৱাত সি সুধিলে—"চাৰ নাহিল নেকি দাদা?"

—"নাহিল।" দুখ মনেৰে শৰ্ম্মাই কলে।

কিছুসময় পাৰ হৈ গ'ল।

—"আকৌ এবাৰ চেষ্টা কৰি চাওঁ ৰবাচোন।" শৰ্ম্মা চাৰৰ কোঠা পালেগৈ।

শৰ্ম্মাক দেখি চাৰে আকৌ টোপনিৰ ভাও ধৰিলে।

শৰ্ম্মাই দুৱাৰ-খিৰিকিবোৰ এখন এখনকৈ বন্ধ কৰিব ধৰা দেখি চাৰৰ ভয় লাগিল।

—"ভাত খালা, নৃপেন?" চাৰে সুধিলে।

—"নাই খোৱা চাৰ।" শৰ্ম্মাৰ কথাত বিৰক্তিৰ স্পষ্ট সুৰ।

—"কিয় নেখালা?"

—"এনেয়ে চাৰ।"

—"এনেয়ে ? তোমালোকৰ ভোক লগা নাই নেকি ?"

—"ভোক লাগিলে কি কৰিম চাৰ। আপুনি নেখালে আমি কেনেকৈ খাওঁ।" শৰ্ম্মাই কলে।

—"তোমালোকৰ কাৰণে আৰু!" চাৰ উঠি আহিল।

শৰ্ম্মাইতৰ মুখবোৰ আকৌ জিলিকি উঠিল।

প্ৰমোদ শৰ্ম্মাৰ বাটিটো বৰ ডাঙৰ। সেইকাৰণে ৰমাপতি চাৰে বেয়া পায়। কেতিয়াবা ধমকো দিয়ে—"চৰিয়াটো সলাই লবাহে প্ৰমোদ। অলপ অচৰপ বস্তু দিলে দিয়া যেনেই নেদেখি।

মাছ থাকিলে চাৰে নিজেই ভাত বান্ধে। ভাত বাঢ়িবৰ সময়ত বাটিটো দেখিলে তেওঁৰ খং উঠে। কেতিয়াবা কোনো নথকা যেন দেখিলে, পানী অলপ ঢালি থয় আগতে।

বান্ধনি ঘৰটোৰ দুটা কোঠা। এটাত চাৰ আৰু তিনিজন ল'ৰা বহে। আনটোত পাঁচজন।

এদিন ভাত খাওঁতে, চাৰে নৃপেনৰ খুব প্ৰশংসা কৰিলে। "মাছৰ তৰকাৰীখন তুমি ৰান্ধিছা, দিয়াচোন আৰু! তিৰোতামানুহে ক'ত পাৰিবহে তোমাৰ লগত।"

ইটো কোঠাত নৃপেনৰ কাষতে প্ৰমোদ বহিছিল। চাৰৰ কথা শুনি প্ৰমোদে কলে—"তই নহলে আমাৰ দিনতে আন্ধাৰ।"

নৃপেনে হাঁহিলে।

এনেতে, প্ৰমোদৰ বাটিটো তাৰ চকুত পৰিল। প্ৰমোদৰ বাটিটো সি আনি তাৰটো প্ৰমোদক দিয়া দেখি প্ৰমোদে সুধিলে—

"বাটি কিয় সলালি ?"

—"এনেয়ে।"

—"চাৰে সদায় পানী দিয়ে মোৰ বাটিত। মই হলে বেয়া নেপাওঁ। ভাল বুলি খালেই হ'ল।" প্ৰমোদে লাহে লাহে কলে।

নৃপেনৰ চকুদুটা তিতি উঠিল। তাৰ দুখ লগা নাছিল।



প্ৰমোদৰ সৰল বিশ্বাস দেখি সি আনন্দ পাইছিল। মানুহক এখন অন্তৰ লাগে। সি যেন কথাষাৰ নতুনকৈ উপলব্ধি কৰিলে।

শনিবাৰৰ দিনাখন ৰমাপতি চাৰৰ গাত তত নেথাকে। ৰাতি পুৱাৰ পৰাই নিজকে সজোৱাত তেওঁ ব্যস্ত হৈ পৰে। সকলো কাম শেষ কৰি, ভাত খাই, মুখখনত অলপ পাউদাৰ ঘঁহি স্কুললৈ যায়। স্কুলৰ পৰা বাহিৰে বাহিৰে ঘৰ পায়গৈ। আকৌ সোমবাৰে আহে। বুঢ়া মানুহজনৰ ঘৰৰ প্ৰতি ধাউতি দেখি লৰাহঁতে হাঁহে।

কেতিয়াবা চাৰে বুঢ়ীকো লৈ আহে। দুই এদিন থাকি যায়। বেছি দিন থাকিব নোৱাৰে। ঘৰত বোৱাৰীয়েক নাতিনীয়েকহঁত আছে।

বুঢ়ী থকা কেইদিন চাৰৰ খুব আনন্দ। স্কুলৰ পৰা আহিয়েই এবছৰীয়া লৰাটোক কোলাত লৈ ওলাই যায়। লৰাহঁতেও তাক মৰম কৰে।

বলেন চাৰ ব'ৰ্ডৰ কাষলৈ কেতিয়াও নেযায়। হাত লেতেৰা হব বুলি বৰ ভয়। জ্যামিতি শিকাইছিল। দুয়োখন হাতৰ মূৰ দুটা দুই কান্ধৰ ওপৰত থৈ তেওঁ জ্যামিতি বুজাইছিল— "ক খ গ আৰু ঘ চ জ এই দুটা ত্ৰিভুজ। ইয়াৰ ক খ বাহু সমান ঘ চ বাহু......।"

অপৰিস্কাৰ কাপোৰ পিন্ধা ল'ৰাক তেওঁ খং কৰে। তেওঁ নিজেও পৰিস্কাৰ কাপোৰ পিন্ধে। অলপ লেতেৰা দেখিলেই মুখ খনেৰে তেওঁ কিবাকিবিবোৰ কৈ থাকে।

ফিজ লওঁতেও তেওঁ লেতেৰা নোট নলয়।

এদিন হেনো তেওঁ গোহালিলৈ গৈছিল। গুৱাল সিদিনাখন অহা নাছিল। অৱশেষত চাবোন টুকুৰা আৰু গৰম পানী এঘটি লৈ তেওঁ নিজেই গোহালি পালেগৈ। পিচে, গাখীৰ হলে নেপালে।

লৰাহঁতে হাঁহিছিল। বলেন চাৰে হেনো সকলো কামতে

গৰম পানী ব্যৱহাৰ কৰে।

যতীন চাৰে ভূগোল শিকাইছিল। দুই এজন ল'ৰাক তেওঁ খুব মৰম কৰিছিল। পৰীক্ষাৰ ওচৰত সিহঁতক তেওঁৰ ঘৰলৈ মাতিছিল। এদিন অজয়কো সুধিছিল—"পৰীক্ষাৰ কাৰণে কোনখন মেপ চাইছ ?"

—"ভাৰতবৰ্ষৰ চাৰ।"

—"ওঁ। নদী পাঁচখন বহুৱাবলৈ দিব কিন্তু।"

—"চাইছোঁ চাৰ।"

—"পৰ্ব্বত ? এদিন যাবিচোন। ভালদৰে আলোচনা হম।" চাৰ আঁতৰি যোৱাৰ পিছত নগেনহঁত তাৰ ওচৰলৈ আহি কৈছিল—"যাবিদেই। সকলোকে নেমাতে নহয়। তোক হে কেবল মাতিছে।"

সি একোকে বুজা নাছিল।

সিহঁতে আকৌ হাঁহিছিল।

যতীন চাৰৰ ঘৰলৈ সি যোৱা নাছিল।

এনেয়ে যোৱা নাছিল।

হৰেকৃষ্ণ চাৰে বুৰঞ্জী শিকাইছিল। ল'ৰাহঁতে তেওঁক খুব ভাল পাইছিল। তেওঁৰ প্ৰশ্নৰ উত্তৰ দিব নোৱাৰিলেও তেওঁ খং নকৰিছিল। আকৌ বুজাই দিছিল।

এদিনৰ কথা। হৰেকৃষ্ণ চাৰে হাঁহি হাঁহি শ্ৰেণীত সোমাইছে। তেওঁৰ হাতত ছমাহিলী পৰীক্ষাৰ বহীবোৰ।

চকিখনত বহি, তেওঁ কেশৱক সুধিলে—"মেগ্নাকাৰ্টা কোন আছিল, কেশব ?" সি মনে মনে থকা দেখি চাৰে আকৌ কলে—"কেশৱে মেগ্নাকাৰ্টাৰ বিষয়ে কি লিখিছে, শুনিবি—মেগ্নাকাৰ্টা এজন বীৰ আছিল। তৰোৱালৰ খেলা খেলিবলৈ তেওঁ ভাল পাইছিল। তেওঁৰ বিচাৰ আছিল অভিনব। সকলোকে তেওঁ নিজৰ সন্তান যেন দেখিছিল।



তেওঁ ধাৰ্ম্মিক আছিল। মানবদেৱতাৰ সেৱাকে জীৱনৰ মূলমন্ত্ৰ কৰি লৈ তেওঁ কৰ্ত্তব্যৰ পথত আগবাঢ়িছিল। পথিকৰ কাৰণে তেওঁ ৰাজপথৰ দুয়োকাষে গছ ৰুইছিল। ঠায়ে ঠায়ে তেওঁ পুখুৰী খন্দাইছিল।

এইদৰে অনেককাল ৰাজত্ব কৰাৰ পিচত তেওঁ ইহলীলা সম্বৰণ কৰে।"

সকলোৱে হাঁহিলে।

বহীবোৰ এখন এখনকৈ ল'ৰাহঁতৰ মাজত ভগাই দি তেওঁ কলে—"মেগ্নাকাৰ্টা এখন চনন্দ। ১২১৫ খৃঃ অব্দৰ ১৪ জুনত এই চনন্দত চহী কৰে ৰজা জনে।

"ভালকৈ পঢ়িবি। যিহকে তিহকে নিলিখিবি।"

"চাৰ !" কেশৱৰ মাতত অজয়হঁতে পিচলৈ চালে। কেশৱৰ চকুদুটা ৰঙা হৈ উঠিছে।

চাৰ থিয় হল। তাৰ পিচত কেশৱৰ পিনে আগবাঢ়ি গ'ল।

চাৰৰ খং উঠা নাছিল। কেশৱক তেওঁ বুজাইছিল, "এনে কৰিব নেপায়। মানুহে বেয়া বুলিব।"

হৰেকৃষ্ণ চাৰৰ কথা আজিও তাৰ মনত পৰে। চকুৰ আগত ভাহে তেওঁৰ হাঁহি থকা মুখখন।

কি ধৈৰ্য্য মানুহজনৰ ! কেতিয়াবা আচৰিত হৈ যায় সি।

এবছৰ আগতে কেশৱকো লগ পাইছিল সি। কেশৱ এতিয়া প্ৰফেচাৰ। মেগ্নাকাৰ্টাৰ জীৱনী লিখা কেশৱে এম, এ, পাছ কৰিলে।

কেশৱৰ জীৱনৰ গতি সলনি হ'ল।

হয়তো এইয়া হৰেকৃষ্ণ চাৰৰে দান।

টেক্সিখন আগবাঢ়িছিল। পিচৰ চিটত বহা ছোৱালী দুজনীয়ে কথা পাতিছিল। এজনীয়ে হাঁহি হাঁহি কৈছিল—"কালি যে কি স্ফূৰ্ত্তি কৰিলোঁ, সখি। আমাৰ ঘৰৰ ওচৰতে জুই লাগিছিল।

তেতিয়া বহুত ৰাতি। গাৰুটো বুকুৰ মাজত লৈ গোলাঘাটৰ চিঠিখন পঢ়ি আছিলোঁ। কি যে লিখিছে! মনটো মোৰ উৰি যাব খোজে গোলাঘাটলৈ। হঠাতে কাৰোবাৰ চিঞৰ শুনি খিড়িকীৰে চালোঁ। বাহিৰখন পোহৰ হৈছে। চাৰিওপিনে কান্দোন। মই চাই থাকিলোঁ। ইমান ভাল লাগিছিল ৰঙা জুইবোৰ দেখি।

অলপ পিচত তেওঁলোক নামি গ'ল। সি আগবাঢ়িবলৈ ধৰিলে।

অলপ দূৰ গৈ সি আকৌ ৰৈ গ'ল।

দুজন মানুহে এজনী ছোৱালীক পিচৰ চিটত তুলিলে। দুৱাৰখন বন্ধ কৰি সি ছোৱালীজনীলৈ চালে। মুখখন বিকৃত হৈ উঠিছে। মূৰত চুলি এডালো নাই।

গাড়ী আগবাঢ়িবলৈ ধৰিলে। গৈ থকাৰ মাজতে সি সুধিলে—"তেখেতৰ কি হ'ল?"

—"জুইয়ে পুৰিলে। কালি নিশা গিৰীশহঁতৰ ঘৰত জুই লাগিছিল।"

সি আকৌ পিচপিনে চালে।

—"জুই কেনেকৈ লাগিল?"

—"কি কব সেইবোৰ, খোদাৰ মহিমা।" ছোৱালীজনীৰ বাওঁফালে থকাজনে দুয়োখন হাত কপালত লগাই কলে।

দুপৰ নিশা দপ্‌দপ্‌কৈ জুই জ্বলি উঠিল। গিৰীশহঁতৰ চিঞৰত ওচৰৰ মানুহবোৰ আহিল।

আলেয়া ৰান্ধনি ঘৰত আছিল। হাৰাণ নামাজত বহিছিল।

সিহঁতৰ মাক দেউতাক নাই। হাৰাণে দিন মজুৰী কৰে। আলেয়াই ঘৰৰ কাম কৰে।

জুইৰ পোহৰ দেখি দুয়ো ওলাই গ'ল।

গিৰীশহঁতৰ ঘৰৰ সন্মুখত বহুত মানুহ গোট খাইছে। সকলোৱে চিঞৰিছে, কোনোৱে কিন্তু জুই নুমাবলৈ চেষ্টা কৰা নাই। গিৰীশৰ ঘৈণীয়েকেও একমাত্ৰ ল'ৰাটোৰ কাৰণে চিঞৰিছে। মানুহবোৰে



তেওঁক বুজনি দিছে।

এনেতে আলেয়া ভিতৰৰ পৰা ওলাই আহিল। কোলাত তাইৰ গিৰীশৰ কেঁচুৱাটো। কেঁচুৱাটো মাকৰ কোলাত দি তাই পৰি গ'ল।

অজয়ৰ হাত দুখন আপোনা আপুনি লগ লাগিল।

হাস্পতালৰ সন্মুখ পোৱাত হাৰাণে ভাৰা আগবঢ়ালে। অজয়ে সেইপিনে মন নকৰি, আলেয়াক এফালে ধৰিলে।

ডাক্তৰ ব্যস্ত হৈ পৰিল।

সিহঁত বাহিৰতে ৰৈ থাকিল।

অলপ পাচত ডাক্তৰ ওলাই আহিল।

আবেলি অজয় এনেয়ে ওলাই গ'ল। গাড়ী চলাবলৈ সিদিনা তাৰ ভাল লগা নাছিল। কিয় জানো, বাৰে বাৰে চকুদুটা তাৰ তিতি উঠিছিল।

শিমলুডালৰ ওচৰ পাই সি থিয় হ'ল। তাৰ পিচত ফুলমুঠি কবৰটোৰ ওপৰত চটিয়াই দি সি মমবাতিডাল জ্বলালে।

দুখ লাগে তাৰ এইবোৰ কথা মনত পৰিলে। আলেয়ালৈ তাৰ মনত পৰে। হাৰাণলৈও তাৰ মনত পৰে। কি বিশ্বাস মানুহৰ ওপৰত সিহঁতৰ। মানুহক সিহঁতে ঘিণ কৰা নাছিল। মানুহৰ মাজত সিহঁতে বিচাৰিছিল খোদাক।

—"টেক্সি।"

সি ৰৈ গৈছিল।

তাৰ কাষলৈ আহি মানুহজনে সুধিছিল—"হৰিসভালৈ কিমান ল'বা?"

—"এটকা।"

—"তোমাৰ টেক্সি আছে?" মানুহজনে আকৌ সুধিছিল।

—"হয়।"

—"মোৰ পইচা আছে।"

—"হয়।"

—"তোমাক পইচা লাগে?"

—"হয়।"

—"মই ভাৰা দিম?"

—"হয়।"

—"কাৰণ পইচা নহলে তোমাৰ নচলে।"

সি মূৰ ছুপিয়াইছিল। বাৰে বাৰে 'হয়' বুলিবলৈ তাৰ ভাল লগা নাছিল। মানুহজনে কৈ গৈছিল—"তোমাৰ টেক্সি আছে। মই উঠিম। তোমাক পইচা দিম। পইচাৰ কাৰণে তুমি টেক্সি চলাইছা। কাৰণ খাবলৈ তোমাক পইচা লাগে। তোমাৰ পইচা নাই। টেক্সি আছে। মোৰ পইচা আছে, টেক্সি নাই।"

ৰাতি বেচি হৈ আহিছিল। অজয় ঘৰলৈ উভতি আহিছিল।

তেখেতক সি মাজে সময়ে লগ পায়। সকলোৱে দেউ বুলি মাতে তেখেতক। সংস্কৃতত অগাধ জ্ঞান দেউৰ। তেখেতে কথা বেচি কয়। কথা কবলৈ তেখেতে লগ বিচাৰি ফুৰে।

এদিনৰ কথা। ওচৰৰে মনাৰামৰ ঘৰলৈ তেখেত বাঁহ কিনিবলৈ গৈছিল। মনাৰামৰ শহুৰেকৰ ঘৰত নিমন্ত্ৰণ আছিল। সি ওলাই অহাৰ লগে লগে দেউ গৈ পালে। মনাৰামে দেউক প্ৰণাম কৰি ভিতৰলৈ মাতিলে। ভিতৰলৈ নগৈ তেখেতে পদূলিমুখতে কথা আৰম্ভ কৰিলে।

—"মোক বাঁহ লাগিছিল।"

—"নিব, যি লাগে।

—"তোমাৰ বাঁহ আছে?"

—"হয়।"

—"মোৰ ঘৰটো মেৰামত কৰিব লাগিছিল। সেই কাৰণে বাঁহ লাগে।"



—"হয়।" সি ওপৰলৈ চালে। বেলি মূৰৰ ওপৰ পালেহি। মনাৰামে পদূলিমুখলৈ এখোজ আগবাঢ়ি গৈ কলে—"মই যাওঁ। পলম হল। আপোনাক যি বাঁহ লাগে লৈ যাব।"

—"ওঁ। মোক বাঁহ লাগে।" তেখেতে তাৰ সন্মুখত থিয় হৈ কলে।

—"নিব।" তাৰ কথাত বিৰক্তিৰ স্পষ্ট সুৰ।

—"ওঁ। ডাঙৰ বাঁহ। সৰু বাঁহ। বহু ৰকমৰ বাঁহ।"

এইদৰে তিনিঘণ্টা সময় পাৰ হৈ গ'ল। মনাৰাম ঘৰৰ ভিতৰ সোমাল। দেউ উলটি আহিল।

পিচদিনা ৰাতিপুৱাই সি ওলাল শহুৰেকৰ ঘৰলৈ। ছাতিটো হাতত লোৱাৰ লগে লগে তেখেতে মাত দিলে—"মনাৰাম।"

ভয়ে ভয়ে সি ওলাই আহিল।

—"ৰহচোন! তোৰ বাঁহ আছে।" তেখেতে আৰম্ভ কৰিলে।

—"হৈছে দেউ। আপোনাক যিমান বাঁহ লাগে লৈ যাব। ভিতৰত দা, কুঠাৰ থাকিল। মই আহিলোঁ।" দৌৰ মাৰি সি ওলাই গ'ল।

এদিনাখন আবেলি ফজিৰৰ লগত সি টেক্সিষ্টেণ্ডত বহি আছিল। এনেতে এজন জ্যোতিষী আহিল। কপালত তেওঁৰ চন্দনৰ দীঘল ফোঁট। হাতত পঞ্জিকা।

ফজিৰৰ কাষত বহি জ্যোতিষীয়ে কলে—"ভগৱানে তোমাৰ মঙ্গল কৰক বাচা।"

ফজিৰে জ্যোতিষীলৈ চালে।

ফজিৰৰ সোঁহাতখন ছুহাতৰ মাজত লৈ জ্যোতিষীয়ে কলে—"মহা বিপদ তোমাৰ, বাচা।"

ফজিৰে হাঁহিলে। বিপদৰ কথা শুনিলে তাৰ হাঁহি উঠে।

এনেতে ৰহমত আহি পালে। তামোলৰ টোপোলাটো ফজিৰৰ হাতত দি সিও কাষতে বহিল।

জ্যোতিষীয়ে ফজিৰৰ হাতৰ পৰা তামোল এখন মুখত ভৰাই, আঙুলিৰ মূৰত গণিবলৈ ধৰিলে—"মেষ, বৃষ, মিথুন, কৰ্কট, সিংহ……। কি ৰাশি তোমাৰ ?"

—"ৰাশি !"

—"বাৰু নামটো কোৱা।"

—"ফজিৰ।"

—"মা-মানে মুছলমান।" জ্যোতিষী জাপ মাৰি উঠিল। "ৰাম ৰাম।" মুখৰ তামোলখিনি তেওঁ উলিয়াই পেলালে। ফজিৰৰ হাঁহি উঠিল। ৰহমতেও হাঁহিলে।

পঞ্জিকাখন হাতত লৈ তেওঁ আঁতৰি যোৱাত দুখমনেৰে ফজিৰে কলে—"কথাটো বেয়া হ'ল।"

—"বাদ দে সেইবোৰ। মানুহক ঠগালে জাত নেযায়। মুছলমানৰ হাতৰ তামোল খালে হে জাত যায়। ভণ্ড ক'ৰবাৰ !" অজয়ৰ খং উঠিছিল।

সিহঁতৰ গাৱঁৰে ধৰ্ম্ম জ্যোতিষীলৈ তাৰ মনত পৰে। তেওঁ তেজপুৰত থাকে। গাৱঁলৈ মাজে সময়ে আহে। সিহঁতৰ লগত মেল পাতে। কৰ্ম্ম জীৱনৰ কথা কয়।

—"এদিন শইকীয়াৰ ঘৰলৈ গৈছিলোঁ। নিমন্ত্ৰণ আছিল। মই যোৱাৰ লগে লগে এচৰীয়া পানী লৈ গিৰীয়েক ঘৈণীয়েক দুয়ো ওলাই আহিল। ভৰি দুখন পানীত দুবাই ধৰি, তেওঁলোকে শ্ৰদ্ধাৰে পানী অলপ মুখত লৈ মূৰত মচিলে।

খাই বৈ উঠি আহিবলৈ ওলোৱাত বটা এখনত দহটকীয়া ৰূপৰ নোট এখন দি দুয়ো সেৱা কৰিলে। মই আশীৰ্ব্বাদ কৰিলোঁ।"

অজয়হঁতে বিশ্বাস কৰিছিল তেওঁৰ কথা। ভাবিছিল, কিমান ধাৰ্ম্মিক তেওঁ।

ধৰ্ম্ম জ্যোতিষীয়ে কিন্তু সঁচা কথা কোৱা নাছিল।

সঁচা কথা এদিন ওলাই পৰিল।



মাধৱ মণ্ডলে তেওঁক লগ পালে "তেজপুৰ হিন্দু হোটেলত।"

মাধৱ মণ্ডলৰ লাজ লাগিছিল। ধৰ্ম্ম জ্যোতিষীৰ হাতৰ পৰা কাঁহী-বাটিবোৰ পৰি গৈছিল।

সিদিনাই মাধৱ মণ্ডলে হোটেল সলাইছিল।

টেক্সিষ্টেণ্ডৰ ওচৰৰ পাণদোকানখনত এজন পাগল বহি থাকে। দোকানলৈ মানুহ গলে তেওঁ সোধে—"মই দৰমহা পালোঁ এশ বিশ টকা। ঘৰৰ পৰা আনিলো আশী টকা। কিমান হল ? এ হিচাপ নেজানে।"

সি লাজ পাইছিল। দোকানীজনে ইঙ্গিত দিছিল। এতিয়া তাৰ লাজ নেলাগে। মানুহজনৰ কথা নুশুনা ভাও ধৰি সি আঁতৰি আহে।

আন এজন পাগল প্ৰায়েই টেক্সিষ্টেণ্ডলৈ আহে। পৰিপাটিকৈ তেওঁ কাপোৰ পিন্ধে। হাতৰ লাঠিডাল জোকাৰি জোকাৰি তেওঁ কয়—"ৰবা, তুহুন যি এনকে বহি আছ, কিয়া মোকোতো আকবাৰ কবা লাগে বুলে দাদা, তুমি দুখুন ৰাতিও ভাত খ নাই, ইতা সুধাই নিকাই ছুটামান খহি।" সিহঁত মনে মনে থকা যেন দেখিলে তেওঁ আকৌ সোধে—"তুহুন যি এনকে মনে মনে টেক্সিড্ৰাইভাৰ হৈছ, মোকোতো আকবাৰ কবা লাগে বুলে দাদা তুমিও আকবাৰ টেক্সিড্ৰাইভাৰ হ, যি লাগে টাকা পইচা আমিয়ে দেওঁ। সেলাখান নাই। নিজৰ পেটটু ভইল্লি হল।"

এদিনাখন চিনেমাহলৰ দুৱাৰমুখত তেওঁক লগ পাইছিল। মানুহজনে কৈ আছিল—"কিয়া, আমাক আকবাৰ সুইধবা নাল্ গেনা বুলে দাদা, চিনেমা আখান কৰু খুইতছু, তুমি কেনাই দেখা। বা অলপ সহায় সাহায্যকে কৰা। সেলাখান নাই। ইতা কৈছহি, দাদা চিনেমা চহি। ইহ্ এনাইহে মোৰ বুৰা হাইলাটু খালত পইচ্ছি, তুনহাৰ চিনেমা চাবাকগেলি লৰ ধইচ্ছু।" লাঠিডাল জোকাৰি জোকাৰি মানুহজন আঁতৰি গৈছিল।

দুখ লাগে তাৰ এইবোৰ ভাবিলে। চকুদুটা তিতি উঠে। বুকুখনে কিবা কবলৈ বিচাৰে।

কিমান অভাগা সিহঁত! মানুহে হাঁহিছে, তথাপি সিহঁতে কব নোৱাৰে।

হয়তো এনে জীৱনেই ভাল। দুখ নাই। বেজাৰ নাই।

নাই কোনো আশা। নাই কামনাৰ সোণৰ কলচী।

লাহে লাহে সি আগবাঢ়িছিল। পিচৰ চিটত, ডেকাজনে গাভৰুজনীৰ লগত কথা পাতিছিল। সি হাঁহিছিল।

বিয়াৰভিউত তেওঁলোকৰ মুখ দুখন জিলিকি উঠিছিল। গাভৰুজনীয়ে কৈছিল—"বৰ ভাল লাগে এনেকৈ ফুৰিবলৈ।" তাই ডেকাৰ কাষ পাইছিলহি।

হঠাতে সি বৈ গ'ল। সম্মুখত এপাল গৰু। গাইজনীৰ পিচে পিচে সিহঁত দৌৰিছে। গাইজনীয়ে ধৰা দিয়া নাই।

অজয়ে পিচপিনে চালে। গাভৰুজনীয়ে লাজ পালে। পিন্ধা কাপোৰখন লাহে লাহে তললৈ নামি গ'ল।

কি জঘন্য!

হৰ্ণটো সি জোৰকৈ বজাই দিছিল।

গৰুবোৰে বাট এৰি দিছিল। সি আগবাঢ়ি গৈছিল।

পিচলৈ সি এবাৰো চোৱা নাছিল।

সিহঁতে সভ্যতা নুবুজে। নুবুজে অভিসাৰ।

মানুহ সভ্য। সকলোতকৈ শ্ৰেষ্ঠ জীৱ, মানুহ।

সভ্যতা মানুহৰ সৃষ্টি। পশুৰ নহয়!

মানুহৰ সভ্যতাই বিচাৰে চাৰিবেৰৰ মাজত এটুকুৰা ঠাই। পোহৰৰ মাজত অলপ এন্ধাৰ।

মৌজাদাৰৰ ময়ূৰজাকলৈ তাৰ মনত পৰিছিল।

অভিশাপ!

পাৰ্ব্বতীৰ।



মুগ্ধ হ'ল পাৰ্ব্বতী কাৰ্ত্তিকৰ অপৰূপ ৰূপত।

দেবীয়ে আহ্বান কৰিলে পুত্ৰক। কাৰ্ত্তিকৰ বুকু কঁপি উঠিল। মাতৃয়ে দেখুৱালে ভয়—অভিশাপৰ।

মান্তি হ'ল কাৰ্ত্তিক। পাৰ্ব্বতীয়ে কৰিলে আয়োজন, পুত্ৰৰ স'তে দৈহিক মিলনৰ।

ময়ূৰ আগবাঢ়ি গ'ল কাৰ্ত্তিকক ৰক্ষা কৰিবলৈ। দেৱীয়ে দিলে ময়ূৰক অভিশাপ।

সেয়েহে, দৈহিক মিলনৰ পৰা বঞ্চিত হ'ল ময়ূৰ।

মানুহকো যদি দিলাহেঁতেন এনে অভিশাপ, দেবী!

নিজৰ মনতে সি কৈছিল।

জয়ন্তীলৈ তাৰ মনত পৰে। লগে লগে মনলৈ আহে সৰু গাওঁ এখনৰ ছবি।

পৃথিবীৰ বুকুলৈ এন্ধাৰ নামিছিল। এন্ধাৰৰ ক'লা ৰেখাবোৰৰ মাজেৰে সি আগবাঢ়ি আহিছিল।

এনেতে সি দেখা পালে, ৰাজপথৰ দাঁতিত কেইজনমান মানুহ বৈ আছে। সিও বৈ গ'ল।

সি জানিলে, তেওঁলোক দৰাঘৰৰ মানুহ। বাচৰ কাৰণে অপেক্ষা কৰি আছে। দৰা আৰু কেইজনমানক সি গাড়ীত তুলি ললে, আনবোৰ খোজ কাঢ়ি গ'ল।

তুমাইল আঁতৰত কইনা ঘৰ।

দৰা পদূলিমুখ পোৱাৰ লগে লগে আনন্দত নাচি উঠিল সৰু গাওঁখন। সকলোৰে মনত আনন্দ।

দৰা টেক্সিৰ পৰা নামিল। কইনাৰ দেউতাক আগবঢ়াই নিবলৈ আহিল। এনেতে দৰাৰ দেউতাকে ক'লে—"বিয়া নহব।"

কইনাৰ দেউতাকে তেওঁৰ মুখলৈ চালে। আন মানুহবোৰ

কাষ চাপি আহিল। দৰাৰ দেউতাকে হাঁহি হাঁহি কলে --"বাঁচেৰে তুমি দৰা আনিম বুলি কৈছিলা নহয়, হৰিনাথ ?"

—"হয়। দুখন বাচ পঠাইছিলোঁ।"

—"পিচে, বাটতে বাচ বেয়া হ'ল।"

হৰিনাথে তলমূৰ কৰিলে।

দৰাৰ দেউতাকে কলে—"দণ্ড দিব লাগিব পাঁচশ টকা। নহলে বিয়া নহয়। মোৰ এম. এ, পাছ লৰাৰ কাৰণে বহুত ছোৱালী পাম।"

হৰিনাথে দৰাৰ দেউতাকৰ ভৰিদুখনত খামোচ মাৰি ধৰা দেখি অজয় কাষ চাপি গৈ কলে—"তেওঁ দুখীয়া মানুহ। ইমান টকা ক'ত পাব। আপুনি জ্ঞানী। তেওঁৰ দোষ নধৰিব।"

তেওঁ হাঁহিলে।

এইবাৰ অজয় দৰাৰ কাষ পালেগৈ। সি বুজালে—"ছোৱালী-জনীৰ আপুনি অহিত নিচিন্তিব। আপুনি শিক্ষিত মানুহ।"

দৰাই কলে—"দেউতাৰ কথাই মোৰ কথা।"

দেউতাকে মাতিলে—"অমূল্য!"

তেওঁলোক ওলাই আহিল।

হৰিনাথে কান্দিছে। জয়ন্তীয়ে কান্দিছে। সকলোৱে কান্দিছে।

পদূলিমুখত বৈ অমূল্যইতে হাঁহিছে।

সি অমূল্যৰ ভৰিদুখনত খামোচ মাৰি ধৰি কলে—"মোৰ টেক্সিখনকে ৰাখক বন্ধকত। তথাপি এনেয়ে নেযাব।"

—"তুমি ড্ৰাইভাৰ। এইবোৰত তোমাৰ কি প্ৰয়োজন ?"

অজয়ে কপালখন পিহিছিল। হাতত তেজ লাগিছিল। ৰঙা তেজ।

গাড়ীখন গেৰেজত থৈ সি ওলাই গৈছিল থিয়েটাৰ চাবলৈ। কলেজৰ লৰাবোৰে থিয়েটাৰ কৰিছিল।

সি দেখিলে, বেগেৰে লাচিত বৰফুকন মঞ্চলৈ সোমাই আহিছে।



হাতত তেওঁৰ হেংদান। হেংদানৰ মুখত ৰঙা তেজৰ চিন। তেওঁৰ পিচে পিচে সোমাই আহিল আতন বুঢ়াগোঁহাই ডাঙৰীয়া।

হেংদানখন জোঁকাৰি জোঁকাৰি লাচিতে কলে—"মোমাইক কিয় কাটিলোঁ, কৈফিয়ৎ বিচাৰিছে, বুঢ়াগোঁহাই ডাঙৰীয়া? শুনক, মোমাইতকৈ মোৰ দেশ ডাঙৰ কাৰণে। মোৰ দেশতকৈ কোনো ডাঙৰ নহয়। কৰ্ত্তব্যক অৱহেলা কৰাসকলক লাচিতে ক্ষমা নকৰে। ক্ষমা নকৰে লাচিতৰ হেংদানে।

ৰামসিংহ! সুপ্ত সিংহ এইবাৰ জাগি উঠিছে আকৌ। অসমীয়াৰ তেজ তুমি দেখা নাই। যিখন মুখ লৈ গুৱাহাটী লওঁ বুলি আহিছিলা, সেইখন মুখ লৈয়েই ঘূৰি যাবা মানাহৰ সিপাৰলৈ।

জাগা অসমীয়া, জাগা লুইতপৰীয়া ডেকা-গাভৰু দল। বঙালে চাই যাওক অসমীয়াৰ বীৰত্ব। বুজি যাওক, ৰাজপুতক বশ কৰাটো সহজ হলেও অসমীয়াক বশ কৰা সহজ নহয়।

হেংদান! তুমিও জাগা। তোমাক চুই প্ৰতিজ্ঞা কৰিছিলোঁ নহয়, এদিন। পাহৰি নেযাবা সেই প্ৰতিজ্ঞা। আজি আহিছে প্ৰতিজ্ঞা পালনৰ দিন। আজি আহিছে অসমীয়াৰ বীৰত্বৰ পৰিচয় দিয়াৰ দিন!

পাহৰি নেযাবা বন্ধু। পাহৰি নেযাবা।"

পট পৰিল।

মানুহৰ মাজৰ পৰা সি ওলাই আহিল। হাঁহি উঠিছিল তাৰ। সদায় শুনি থকা কথাবোৰ শুনি তাৰ হাঁহি উঠিছিল। আজিৰ ৰাতিটোৰ কাৰণে হোৱা লাচিত বৰফুকনে কালি হয়তো কোনোবা জয়ন্তীক বিয়া কৰাবলৈ গৈ, পদূলিমুখৰ পৰা উভতি আহিব। কোনোবা ড্ৰাইভাৰক হয়তো খুন্দিয়াব জোতাৰে।

লাচিতৰ সাহস, লাচিতৰ তেজ আছে জানো আমাৰ মাজত। লাচিতৰ ভাও লৈ আমি অপমান কৰিছোঁ লাচিতৰ বীৰত্বক। অপমান কৰিছোঁ অসমৰ বীৰ এজনক।

সি আকৌ হাঁহিলে।

ৰাজেন শৰ্ম্মালৈ তাৰ মনত পৰে। গাওঁত তেওঁৰ নাম, 'ৰাজা।' যাত্ৰাত তেওঁ ৰজা হয়। কেতিয়াবা সেনাপতিও হয়। মানুহজন বাহিৰে বাহিৰে ঘূৰে। বাৰিষাৰ কেইদিন গাওঁত থাকে। খেতিৰ কামত সহায় কৰে।

পথাৰৰ পৰা গৰুহাল আনোতেও তেওঁ অভিনয় কৰে। কাচিখন জোঁকাৰি জোঁকাৰি সিহঁতক কয়—"কি কলি ? অমৰ সিংহৰ আগত ইমান সাহস তহঁতৰ ? চাওঁ তহঁতক কোনে ৰক্ষা কৰে।" কাচিখন তেওঁ ঘূৰাবলৈ ধৰে। তাৰ পিচত মাতে— "এই, কোন আছ।" প্ৰহৰীলৈ বাট নেচাই নিজেই গৰুহাল লৈ তেওঁ আগবাঢ়ে ঘৰলৈ।

ভাত খাওঁতে, ভজা পুঠি মাছটোক হাতৰ মুঠিত লৈ তেওঁ কয়—"মুখ চম্ভালি কথা কবি, পুঠি! কি কলি! ক্ষমা ? নাই নাই, ক্ষমা নাই। কাপুৰুষক অমৰ সিংহই ঘিণ কৰে।" মাছটো তেওঁ মুখত ভৰাই দিয়ে।

ভাত খাই উঠি, ঘৈণীয়েকৰ হাতখনত ধৰি তেওঁ কয়—"এই-বাৰ ক'ত পলাবা সুন্দৰী ?"

চাহবাগিচাত ৺কালীপূজা হয়। যাত্ৰা হয়। চাহবাগিচাত যাত্ৰা গাবলৈ হেনো বৰ ভাল। মানুহবোৰে হেনো যুদ্ধহে ভাল পায়। যুদ্ধ নকৰিলে সিহঁতৰ খং উঠে। গধূলি দুই এজনে 'গ্ৰীন ৰুমত' ভুমুকি মাৰি কয়—"যুদ্ধ নাই কৰলে মৰাই দিব, হাঁ।" সেয়েহে তেওঁলোকে যুদ্ধ কৰে। কাৰণ নেথাকিলেও যুদ্ধ কৰে।

নাপিতেও তেওঁলোকক ভাল পায়। এনেয়ে দাড়ি খুৰাই দিয়ে আৰু অনুৰোধ কৰে যাতে যুদ্ধত তেওঁলোকে জয়লাভ কৰে।

এৰাতিৰ কথা। তেওঁ ভীমসিংহৰ ভাও লৈছিল। মঞ্চত তেওঁক আগুৰি ধৰিলে আলাউদ্দিনৰ সৈনিকসকলে। যুদ্ধ আৰম্ভ হ'ল। ভীমসিংহ বন্দী হ'ল।



অকলশৰীয়া ভীমসিংহক বন্দী কৰা দেখি, মঞ্চৰ কাষতে বহা লছমন চৰ্দ্দাৰৰ খং উঠিল। লাঠিডাল জোঁকাৰি জোঁকাৰি সি কবলৈ ধৰিলে—"মিটিং বাবুকে আস্তে দে। মিটিং কৰকে তোদেৰকে বাগানচে নাই নিক্‌লাই দেব, তো হামাৰ নাম লছমন চৰ্দ্দাৰ নাইখে। হুঁ, লছমন চৰ্দ্দাৰকে চবগুলা চিনথে।"

আন এৰাতিৰ কথা। যুদ্ধৰ বাতৰি শুনি আলাউদ্দিনৰ ভাও লোৱা ৰাজেন শৰ্ম্মা খঙত কঁপিছে। এনেতে তেওঁৰ গোঁফকোঁচা স্খলকি পৰিল। গোঁফকোঁচা বুটলি লৈ তেওঁ কলে—"কি, তয়ো মোক বিদ্ৰূপ কৰিলি ? চাওঁ বাৰু মোৰ কথা শুন নে নাই।" গোঁফকোঁচা আকৌ লগোৱা দেখি ৰাইজে হাতচাপৰি মাৰিলে। বুধু চৰ্দ্দাৰ মঞ্চৰ পিনে আগবাঢ়ি গৈ শৰ্ম্মাক চাৰি অনা পইচা দি কলে—"লে ৰাজা এই চাৰ আনা পইচা। চেনা-পুনাকে মিঠাই কিনি দিবি।"

যাত্ৰীজন নামি টোপোলাটো হাতত লৈ আগবাঢ়ি যোৱা দেখি অজয়ে মাতিলে—"ভাৰা দিয়ক।"

যাত্ৰীজন ঠিয় হ'ল, তাৰ পিচত তাৰ কাষলৈ আহি সুধিলে— 'ভাৰা ?'

—"হয়।"

—"মোৰ ভাৰা লবা ? মোৰ পৰা ভাৰা কোনেও নলয়।"

—"কিয় ?" সি আচৰিত হৈ গৈছিল।

—দিগন্তক চিনি পোৱা ? যোৱাবাৰ যে প্ৰথম হৈছিল প্ৰবেশিকা পৰীক্ষাত ?"

—"হয়।"

—"তাৰ দেউতাক মই।" যাত্ৰীজন গুচি গ'ল।

সি আকৌ গাড়ীত উঠিল।

ৰজত শৰ্ম্মালৈ তাৰ মনত পৰিল। এম, এ, পাছ কৰি তেওঁ

চাকৰি কৰিছিল। দেউতাকে অজয়ক মাতিছিল, চিঠি লিখিবলৈ। চিঠিখন লিখা হোৱাত সি ঠিকনা সুধিছিল। তেওঁ কৈছিল—"ৰজত শৰ্ম্মা এম, এ,। অসম।" সি আচৰিত হৈ গৈছিল।

দেউতাকে আকৌ সুধিছিল—"এম, এ, লিখিছাতো!"

—"লিখিছোঁ।"

—"হৈছে তেনেহলে।"

সি হাঁহিছিল।

মতিকাৰ কথা তাৰ মনত পৰে। মনত পৰে মতিকাৰ মাক-দেউতাকৰ কথা। জুইৰ কাষত বহি অজয়ে শুনি গৈছিল মতিকাৰ কাহিনী।

বীণা যোৱাৰ পিচত কিশোৰ চাঙখনতে কিছুপৰ বহি থাকিল। বীণাৰ হয়তো বিয়া হৈ যাব। ভালেই হব। তাই সুখী হব।

পিচ মুহূৰ্ত্ততে তাৰ মনলৈ দুখ আহিল। বিয়াৰ পিচততো তাই তাৰ ঘৰলৈ কেতিয়াও নাহে। কোনে তাৰ ছবি চাব? কোনে তাক কব—"মোৰ এখন ছবি আঁককচোন।" গধূলি কাৰ লগত সি চাহ খাব।

অকলশৰীয়া জীৱনেই তাৰ ভাল আছিল! কোনো চিন্তা নাছিল। সেই দুৰ্ঘটনাটোৱেই সকলো নষ্ট কৰিলে। আগেয়ে সিতো অকলেই আছিল। অকলে কান্দিছিল। কেতিয়াবা আনন্দ লাগিলে অকলেই হাঁহিছিল। এতিয়া অকলে থাকিব লাগিব বুলি তাৰ ভয় লাগিছে কিয়!

বীণাৰ লগত তাৰ চিনাকি বেছি দিনৰ নহয়। ইমান কম সময়ৰ ভিতৰতে তাই তাৰ আপোন হৈ কেনেকৈ পৰিল, সি বুজিব নোৱাৰিলে। বন্ধু তাৰ জীৱনলৈ বহুতো আহিছিল। স্কুলত থাকোঁতেও তাৰ বন্ধু আছিল অলেখ। তেওঁলোক এজন



এজনকৈ আঁতৰি যোৱাততো সি মুঠেই দুখ কৰা নাই। তেনেহলে বীণাৰ বিয়াৰ কথা শুনি মনলৈ ইমান বেজাৰ আহিছে কিয়! যদি বিয়াৰ দিন এমাহ পিচুৱাই যায়। তেতিয়া হলে আৰু কিছুদিন সি শান্তিত থাকিব পাৰিব। যদি বীণাৰ বিয়া নহয়েই! নাই, বীণাৰ বিয়া নোহোৱা কথা সি সহিব নোৱাৰে। সি ইমান স্বাৰ্থপৰ হৈ পৰিল কেতিয়াৰ পৰা। তাতকৈ তাইৰ বিয়াখন হৈ যাওক। যিমান সোনকালে হয়, সিমান সোনকালেই হৈ যাওক। তাই সুখী হওক। তাৰ কথা সি পিচত ভাবিব।

বিয়ালৈ আৰু তিনিদিন আছে। নিৰোদ চৌধুৰীৰ ঘৰ আল-হীৰে ভৰি পৰিছে। পুতেক বোৱাৰীকহঁতো আহিছে বাগিচাৰ পৰা। চৌধুৰীৰ বন্ধু বান্ধৱ বহুতো। তেওঁলোকো সপৰিয়ালে বিয়ালৈ আহিছে।

কেইদিনমানৰ পৰা দেউতাকৰ লগত বীণাৰ কথা-বতৰা বন্ধ হৈছে। দেউতাক বিয়াৰ কামত ব্যস্ত হৈ থকা কাৰণে জীয়েকৰ লগত কথা পাতিব পৰা নাই। বীণায়ো দেউতাকৰ পৰা আলেঙে আলেঙে ফুৰিছে।

সিদিনাখন আবেলি, বীণাই নিজৰ কোঠাত বহি পঢ়ি থাকোঁতে দেউতাক তাইৰ কোঠাত সোমাল। বীণাই দেউতাকলৈ চালে। দেউতাকে তাইৰ মূৰটো পিহি পিহি কলে—"তই যাবি নহয়, আই! বেজাৰ পাইছ নেকি? একো দুখ নকৰিবি। ছোৱালী হলে এদিন যাবই লাগিব।"

বীণাই একো নেমাতিলে। দেউতাক ওলাই গ'ল।

তাইৰ বিয়াৰ কথা এই প্ৰথম জনালে তাইক। ইয়াৰ আগতে কোনোৱে তাইক সোধা নাছিল একোকে। অহা পৰহী বিয়া। আজি তাইক শান্ত্বনা দিবলৈ আহিছে দেউতাকে। তাই মনে মনে হাঁহিলে।

গোটেই আবেলিটো বীণালৈ অপেক্ষা কৰি, তাই নহা দেখি সি ফুৰিবলৈ ওলাই গ'ল। যাওঁতে যাওঁতে সি চৌধুৰীৰ পদূলি-মুখ পালেগৈ। চৌধুৰীৰ ঘৰটো বিজুলীচাকিৰ পোহৰত চিক্‌মিকাই উঠিছে। অসংখ্য মানুহে কাম কৰিবলৈ ধৰিছে। আলিৰ একাষত থিয় হৈ সি মানুহবোৰে কাম কৰা চাবলৈ ধৰিলে। কেইজন-মানে বাঁহ কাটিছে। দা'ৰ প্ৰত্যেকটো কোবতে তাৰ বুকুখন কঁপি উঠিবলৈ ধৰিলে। দা'ৰ কোব যেন বাঁহত পৰা নাই, তাৰ বুকতহে পৰিছে। এই গোটেইবোৰ ষড়যন্ত্ৰ। সি ভাবিলে। তাৰ একমাত্ৰ বন্ধুক তাৰ ওচৰৰ পৰা আঁতৰাই নিয়াৰ ষড়যন্ত্ৰ। কি দোষ কৰিছিল সি। গোটেইবোৰে যে লগ লাগি তাৰ বিৰুদ্ধে ষড়যন্ত্ৰ কৰিব লগা হ'ল!

সি ঘৰলৈ খোজ ললে। ঘৰলৈ আহিও সি শান্তি নেপালে। কি কৰিলে শান্তি পাব, সি ভাবি নেপালে। তাৰ পিয়াহ লগাত সি এগিলাচ পানী খালে! আবেলি চাহ খোৱা নহল। বীণালৈ বাট চাওঁতে গধূলিয়েই হ'ল। চাহ খাবলৈ মন গলেও জুই ধৰিবলৈ তাৰ ইচ্ছা নহল।

সি চাঙখনত বহি আকৌ ভাবিবলৈ ধৰিলে।

এনেতে তুৱাৰ খোলাৰ শব্দ হ'ল। বীণা সোমাই আহি তাৰ কাষতে বহিল। সি তাইৰ মুখলৈ চালে।

—'দৌৰি আহিছা নেকি? খুব ভাগৰ লাগিছে দেখোন।" সি সুধিলে।

—"ওঁ। আগতে আহিবলৈ সময় পোৱা নাছিলোঁ।"

কিশোৰে একো নেমাতিলে।

কিছু সময় পাৰ হৈ গ'ল।

—"চাহ খালে আজি আবেলি?" নীৰৱতা ভঙ্গ কৰি বীণাই সুধিলে!

সি মনে মনে থকা দেখি তাই চৌকাৰ ওচৰলৈ গ'ল। জুইকুৰা



ধৰিবলৈ ধৰোঁতে তাই কলে—"কি যে মানুহ আপুনি! চাহ একাপ নিজে বনাই খাব নোৱাৰে। আচৰিত! মই গলে কি কৰিব?"

কিশোৰে হাঁহিলে। বীণাৰ ধমকবোৰ মৰমলগা হৈ আহিছে। মৰমৰ জনৰ ধমকতো চেনেহৰ সুৰ মিহলি হৈ থাকে।

চাহৰ গিলাচটো তাৰপিনে আগবঢ়াই, আনটো গিলাচ লৈ তাই তাৰ কাষতে বহিলহি।

কিশোৰে তাইৰ মুখলৈ চাই চাই চাহ খাবলৈ ধৰিলে।

এবাৰ তুয়োৰে চকুৱে চকুৱে পৰিল। তুয়ো হাঁহিলে। তাৰ পিচত কিশোৰে তলমূৰ কৰিলে।

—"কি ভাবিছে?" বীণাই সুধিলে।

—"কিহৰ বিষয়ে?"

—"জীৱনটোৰ বিষয়ে। এনেকৈয়ে চলি যাব বুলি ভাবিছে নেকি?"

—"সেইবোৰ মই ভবা নাই কোনোদিনে। ভাবিবৰ আৱশ্যকো নাই। নাৱত উঠিয়েই মোৰ সকলো দায়িত্ব গটাই দিছোঁ নাৱৰীয়াক। নাৱৰীয়াৰ ইচ্ছা। মোক পাৰ কৰি দিবও পাৰে, মাজ নদীত পেলাই দিবও পাৰে। নাও চলোৱাৰ ভাৰ নাৱৰীয়াৰ হে, যাত্ৰীৰ নহয়।

—"বেচ্। সুন্দৰ কথা। আপুনি নাটক লিখিবলৈ আৰম্ভ কৰক। খুব নাম কৰিব পাৰিব।"

বীণাৰ আমোদখিনি কিশোৰে সহজ ভাবেই ললে। বীণাৰ প্ৰশ্নৰ উত্তৰ যে ঠিক ভাবে দিব নোৱাৰে, সি আগতেই জানিছিল। প্ৰশ্নবোৰৰ উত্তৰ দিয়া তাৰ কাৰণে বৰ টান কাম। ইমান জটিলতা তাৰ ভাল নেলাগে।

অলপ পিচত বীণা যাবলৈ ওলাল। বীণাৰ লগত সিও বাহিৰলৈ ওলাই আহিল।

তাৰ পিচদিনাখন আবেলি, বীণাই তাক অফিচৰ পৰা আহোঁতে বাটতে লগ ধৰিলে। দুয়ো কিশোৰৰ ঘৰ পালেহি। চাহ খাই উঠি কিশোৰ আৰু বীণাই কথা পাতিবলৈ ধৰিলে। কিশোৰে সুধি গৈছে, বিয়াৰ যোগাৰ কিমান দূৰ হল, কিমান মানুহ আহিব, ইত্যাদি। বীণাই উত্তৰ দি গৈছে।

ৰাতি বেছি হৈ আহিল। বীণাই ঘৰলৈ যোৱাৰ নামকে কৰা নাই। কথাৰ মাজতে কিশোৰে কেবাবাৰো কলে, ঘৰলৈ যোৱাৰ কথা। তাই কিন্তু সেইপিনে মন নকৰি আন কথাহে পাতিবলৈ ধৰিলে।

এনেতে দুৱাৰ খোলাৰ শব্দ হ'ল। দুয়ো একেলগে দুৱাৰ-মুখৰ পিনে চালে। দুৱাৰ মুখত থিয় হৈ সিহঁতলৈ চাই আছে তিনিজন মানুহে—নীৰোদ চৌধুৰী, দীপেন আৰু ককায়েকে।

দুয়ো চাঙখনৰ পৰা নামিল। তেওঁলোক ভিতৰলৈ আহি দুৱাৰখন জপাই দিলে ভিতৰৰ পৰা।

—"তই ইয়াত কি কৰিছ?" দেউতাকে সুধিলে।

তাই একো নেমাতিলে।

—"বীণা যে ইয়ালৈ সদায় আহে, মই আগতেই জানো। আপুনিতো বিশ্বাস কৰা নাছিল।"

দীপেনে বীণালৈ চাই হাঁহিলে। বীণাৰ খং উঠিল। তাই উত্তৰ দিলে—"মোৰ স্বামীৰ ঘৰলৈ মই আহিছোঁ। আপোনাৰ কি হ'ল? দীপেনৰ মুখখন ক'লা পৰি গ'ল। সি একো নেমাতিলে।

—"কোন তোৰ স্বামী? ককায়েক আগবাঢ়ি আহিল।

তাই অলপ পিচুৱাই গৈ, চাদৰখন কপাললৈ ওলোমাই কিশোৰক সেৱা কৰি কলে—"এৰেঁই মোৰ স্বামী।"

কিশোৰ চমকি উঠিল। কোনে কি কৈছে, সি একোকে বুজিব পৰা নাছিল। বীণাই তাক স্বামী বুলি চিনাকি কৰি দিয়াত সি বৰ লাজ পালে।



দেউতাকে সকলো বুজি পালে। তেওঁ এইবাৰ আদৰ কৰি জীয়েকক সুধিলে—"তোৰ যে বিয়া হৈ গৈছে, আমি দেখোন কবই নোৱাৰোঁ। আহ, ধেমালি কৰিব নেলাগে।"

—"বিয়া মোৰ কেতিয়াবাই হৈ গৈছে দেউতা। মই মোৰ মনৰ মানুহ বাচি লৈছোঁ।"

দীপেন আৰু ককায়েক বাহিৰ ওলাল।

চৌধুৰীৰ এইবাৰ খং উঠিল। লাজ অপমানত তেওঁ কঁপিবলৈ ধৰিলে। তেওঁৰ অভিমানী মনটোত আঘাট লাগিল। এই আঘাট দিলে তেওঁৰ আদৰৰ জীয়েকেই। তেওঁ কলে—"বাৰু! যি ভাল পাৰ, কৰ। কিন্তু, মই ধৰি লম বীণা নামৰ কোনো ছোৱালীয়েই মোৰ ঘৰত জন্ম লোৱা নাছিল।"

দেউতাক ওলাই গ'ল। কিছুপৰ মনে মনে থকাৰ পিচত কিশোৰে সুধিলে—"তুমি কি কৰিলা বীণা? তেখেতসকলে মনত দুখ পালে।"

—"দুখ পালে মই কি কৰিম!"

—"এতিয়াও বলা। মই তোমাক থৈ আহিম।"

বীণাই তাৰ চকুৰ পিনে চালে।

—"নাই, মই কলৈকো নেযাওঁ। আপোনাৰ লগতে থাকিম। মোক খেদি নিদিব। মই যে আপোনাক এৰি·········।" তাই আৰু কব নোৱাৰিলে।

এইবাৰ কিশোৰে বুজি পালে সকলো। গাভৰু ছোৱালীৰ মুখত এই প্ৰথম সি শুনিলে "আপোনাৰ লগতে থাকিম। মোক খেদি নিদিব।" তাৰ মুখত হাঁহি বিৰিঙিল।

বীণাই ইতিমধ্যে, তাৰ বুকুত মূৰটো লগাই, ঘন ঘনকৈ উশাহ লৈ আছিল। কথা কওঁতে তাইৰ ভাগৰ লাগিছিল। কিশোৰে তাইৰ মূৰৰ চুলিবোৰ মৰম লগাকৈ পিহি দিবলৈ ধৰিলে।

দিনবোৰ পাৰ হব ধৰিলে। কিশোৰ আৰু বীণা সেই ঘৰটোতে আছে। ভাল ঘৰ এটালৈ যাবৰ ইচ্ছা থাকিলেও তাৰ পৰা যাব পৰা নাই। কিশোৰৰ দৰমহা এনেয়ে কম। তাতে আকৌ দুজন মানুহৰ খৰচ। তথাপি সেইখিনি টকাৰেই বীণাই কোনোমতে চলাইছে।

বীণালৈ তাৰ দুখ লাগে। এই কেইমাহতে তাই বহুখিনি ক্ষীণাই গৈছে। যিহে খোৱা লোৱা তাৰ ঘৰত! নিক্ষীণাই কি হব। চৌধুৰীক মাজে সময়ে সি লগ পায়। মাতিবও খোজে। কিন্তু তেখেতে সুবিধা নিদিয়ে। তাক দেখিলে তেওঁ আনফালে ফালৰি কাটি যায়।

বীণাই কিন্তু এইবোৰ নেভাবে। চৌধুৰীয়ে তাইৰ খবৰ নললেও তাইৰ একো লোকচান নহয়। নিজৰ গৌৰৱ লৈয়েই তেওঁ ব্যস্ত থাকক। দেউতাকক আমনি কৰিবলৈ বীণা কেতিয়াও নেযায়। বিপদত পৰিলেও নেযায়।

দৰমহা পাবৰ পিচদিনাখন। অফিচলৈ যাবলৈ ওলাই কিশোৰে কাপোৰৰ মোনাখন হাতত ললে। আহোঁতে বজাৰ কৰি আহিব একেলগে। কি কি বস্তু বজাৰৰ পৰা আনিব লাগিব, বীণাই কাগজ এখনত লিখি দিছে। তামোলখন মুখত ভৰাই যাবলৈ ওলাওঁতে বীণাই কলে—"অলপ উণ আনিব বজাৰৰ পৰা।"

"উণ! কিমান লাগিব?"

—"আনিব দুই লেচামান।"

—"মাত্র দুই লেচা? কিহৰ কাৰণে?" কিশোৰ আচৰিত হ'ল।

—"আনিবচোন! কিহৰ কাৰণে পিচত কম।"

বীণাই কবলৈ নোখোজা দেখি, তাৰ কৌতুহল বাঢ়ি গ'ল। সি সুধিলে—"কাৰণটো নকলে মই কেনেকৈ আনো?"



—"ইচ্। সকলো কথাই কব লাগে নেকি!"

—"লাগে তো। এইখন ঘৰত মানুহ আমি দুজনেই। ইজনৰ মনৰ কথা সিজনে নেজানিলে কেনেকৈ হয়!"

—"শুনক তেনেহলে·········।" কবলৈ খুজিও হঠাতে বৈ যোৱা দেখি কিশোৰে তাইৰ কাষলৈ আহি সুধিলে—"ওঁ, পিচত?"

—"মানে।"

—"মানেৰ পিচত?"

—"সকলো কথাৰে মানে থাকে নেকি?"

—"ওঁ। সকলো কথাৰে মানে থাকে নেকিৰ পিচত?"

—"যাওক। আপুনি বৰ দুষ্ট হৈছে।"

—"যাওক আপুনি বৰ দুষ্ট হৈছেৰ পিচত?"

এইবাৰ বীণাই জোৰকৈ হাঁহি দিলে। বীণাই হঁহা দেখি সিও হাঁহিলে। হাঁহিবলৈ এৰাত সি তাইৰ থুতৰিটোত ধৰি সুধিলে—"কৈ নিদিয়া কিয় সোনকালে। মোৰ পলম হৈ গৈছে।"

—"কি কব লাগে?"

—"কাৰ কাৰণে উণ আনিব দিছা।"

—"এজন নতুন মানুহৰ কাৰণে।"

—"নতুন মানুহ?" কিশোৰ আচৰিত হ'ল।" ক'ৰ নতুন মানুহ? ক'ত আছেহি? নতুন মানুহ অহাৰ কথাতো মোক তুমি এদিনো কোৱা নাই।"

—"আহি পালেহে কব পাৰিম। আমাৰ ঘৰলৈ যাত্রা কৰিছে কেতিয়াবাই। এতিয়াও আহি পোৱাহি নাই।" বীণাই খুব লাজ লাজকৈ কলে।

বীণাৰ কথাত তাৰ সন্দেহ হল। তাইৰ কথাৰ পৰা সি একোকে বুজিব নোৱাৰিলে। তাইৰ গোটেইবোৰ কথাৰে ভাবাৰ্থ উলিয়াই সি পালে, এজন নতুন মানুহ আহিব। তেওঁৰ কাৰণে উণ লাগে। মাত্র দুই লেচা উণ। তাতকৈ বেছি নহয়।

ক'ৰ মানুহ ওলালহি এইজন। কিশোৰে ভাবিবলৈ ধৰিলে। তাইৰ পুৰণি লবাবন্ধু নহয়তো! আন কিছুমান ছোৱালীৰ যেনেকৈ থাকে বিয়া হোৱাৰ আগতে। এই মানুহজন যদি তেনেকুৱাই হয়।

—"কি ভাবিছে! অফিচলৈ নেযায়নেকি!"

—"যাওঁ।" ঢুখ মনেৰে সি কলে।

—"কাৰ কাৰণে ঊণ আনিব কলোঁ, নুশুধিলেচোন?"

—"কলেহে সুধিব পাৰোঁ।"

—"সুধকচোন! সুধিলেহে কব পাৰোঁ।"

—"ওঁ, সুধিছোঁ, কোৱা বাৰু কাৰ কাৰণে?"

—"মানে," বীণাই অলপ ৰৈ কলে, "আমাৰ নতুন আতিথিৰ কাৰণে।"

—"কোন নতুন অতিথি হে?"

—"ইচ্ নেজানে যদি যাওক।" বীণাই লৰমাৰি ভিতৰলৈ গৈ গাৰুটোত মুখখন গুজি হাঁহিবলৈ ধৰিলে।

কিশোৰ তাইৰ কাষ পালে। বীণাৰ কথা এতিয়াহে সি বুজি পালে। সি তাইৰ কাষত বহি তাইৰ মূৰটো নিজৰ বুকুৰ মাজলৈ চপাই আনিলে। খুব মৰম কৰিবৰ ইচ্ছা গ'ল তাইক আজি।

—"বীণা।"

—"হৈছে, এৰি দিয়ক।"

—"তুমি মাক হবা নহয়!"

—"আপুনিওতো দেউতাক হব।" তাই হাঁহিলে।

—"হলেও মোতকৈ তোমাৰ গৌৰৱ বেছি। তুমি যে মাক। মা! কিমান ভাল লাগে মা বুলি মাতিবলৈ। মোৰ যদি মা থাকিলহেঁতেন আজি। তোমাক কিমান আদৰ কৰিলেহেঁতেন! নানাৰকমৰ দিহাভৰসা দিলেহেঁতেন। সেইবোৰ আজি একো নাই। মোৰ ঘৰত মাথো তুমি আৰু মই। আৰু আছে, অভাব অনাটনবোৰ।"



—"আপুনি কিবা কিবিবোৰ ভাবি থাকে। কোনে কৈছে আপোনাক এইবোৰ ভাবিবলৈ। অভাব! অভাব কাৰ ঘৰত নাই। প্ৰত্যেকৰে কিছুমান অভাৱ থাকে। অভাবৰ পৰা কোনো মুক্ত নহয়। কিন্তু বিচৰা বস্তুটো পালে আন বস্তুৰ অভাব অনুভব কৰা নেযায়।"

—"বাৰু বীণা! তোমাৰ মনত জানো কোনো দুখ নাই। মানে, এই, তুমি যি ভুল কৰিলা, তাৰ বাবে জানো কোনো বেজাৰ অহা নাই মনলৈ।"

—"ওঁহো। খুব সুখী মই। মই বিচাৰিছিলোঁ আপোনাৰ মৰমক। মই বিচাৰিছিলোঁ আপোনাক পূৰ্ণৰূপে পাবলৈ। সেইয়া পালোঁ। মোৰ আৰু কি দুখ থাকিব!"

একো নেমাতি সি অফিচলৈ ওলাই গ'ল।

গধূলি, অফিচৰ পৰা বাহিৰে বাহিৰে বজাৰ কৰি সি ঘূৰি আহিল। বীণা দুৱাৰমুখত ৰৈ আছিল। তাৰ হাতৰ পৰা মোনা দুখন লৈ তাই ভিতৰলৈ গ'ল। সিও তাইৰ পিচ ললে।

মোনা দুখন মজিয়াতে থৈ তাই চাহ ঢালিবলৈ ধৰিলে। এনেতে কিশোৰে কলে—"ৰঙা কাপোৰৰ মোনাখনত মিঠাই আছে।"

চাহৰ গিলাচ দুটা মেজখনৰ ওপৰত থৈ তাই মোনা খুলিবলৈ ধৰিলে। মিঠাইৰ টোপোলা এটা ওলাই পৰিল।

—"মনত আছে, সিদিনাখন যে মিঠাই খুৱাইছিল?" মিঠাইৰ কাঁহীখন তাৰ পিনে আগবঢ়াই, তাই হাঁহি হাঁহি সুধিলে। "সেইয়া, যিদিনা মোৰ বিয়াৰ খবৰ দিওঁ।"

—"ওঁ, মনত পৰিছে।"

—"আজিও আন এটা শুভ খবৰ জনাই মিঠাই খাবলৈ পালোঁ। কি আনন্দৰ কথা। মই হলে কৈ থলোঁ, যি আহিব, খুব ভাল হব।"

—"তুমি কেনেকৈ জানিলা?"

—"জানিলোঁ। আপুনি মিঠাই খুৱালেই এনে হয়। আপুনি মিঠাই আনিলেই এনে হয়। নহলে চাওকচোন, বিয়া হব লগা আছিল কাৰ লগত, হ'ল কাৰ লগত।"

—"যোৱা, তুমি বৰ দুষ্ট হৈ গৈছা।"

—"ওঁ, মইহে এতিয়া দুষ্ট হলোঁ। লোকৰ বিয়া দিবলৈকে উলিওৱা ছোৱালীক কোনে যাবলৈ নিদিলে কাষৰ পৰা।"

—"মোৰ গাত দোষ নিদিবা। মই হলে যাবলৈ দিছিলোঁ।"

—"আপুনিহে যাবলৈ দিছিল। কিন্তু আপোনাৰ অন্তৰখনে?"

এইবাৰ কিশোৰে একো উত্তৰ দিব নোৱাৰিলে। তাইক যাবলৈ কওঁতে তাৰ বুকুখন বিষাইছিল হয়, কিন্তু কোনখিনিত বিষাইছিল সি কব পৰা নাছিল।

চাহ খাই উঠি বীণাই মোনাবপৰা বস্তুবোৰ উলিয়াবলৈ ধৰিলে। এখন মোনাৰ পৰা পুতুলা এটা ওলাই পৰিল। তাই কিছুপৰ পুতুলাটোলৈ চাই থাকি খুব মৰমেৰে চুমা এটা খালে তাৰ ৰঙচুৱা গালদুখনিত, যেন নিজৰ সন্তানহে।

—"এইটো কিয় আনিলে?" পুতুলাটো বুকুৰ মাজত লৈ তাই সুধিলে।

—"আমাৰ নতুন অতিথিৰ কাৰণে।"

—"ইমান দিন আগতে?"

—"তেতিয়া কিজানি হাতত পইচা নেথাকেই। আগতে আনি থলোঁ। অতিথি নহালৈকে তুমিয়েই ব্যৱহাৰ কৰিবা।"

—"চা-চাব কিন্তু। খং উঠি যাব।" বীণাই মুখখন অলপ ওলোমাই কলে। মুখখন ওলোমালেও কিশোৰৰ কথাত তাই বেয়া পোৱা নাছিল। তাইৰ ৰঙা ওঁঠদুটাৰ ফাঁকে ফাঁকে হাঁহিৰ টুকুৰা-বোৰে তেতিয়াও খেলি আছিল।

বস্তুবোৰ ভালকৈ সজাই থৈ, তাই তাৰ কাষলৈ আহি সুধিলে—"ৰাতিপুৱা মোৰ ওপৰত খং উঠিছিল, নহয়?"



—"খং উঠাৰ কথা কিয় সুধিলা?"

—"মই যে নতুন মানুহৰ কথা কৈছিলোঁ। আপুনি মোৰ কোনোবা বন্ধু বুলি ভাবিছিল, নহয়?"

—"কিয় ভাবিম তেনেকথা।"

—"ইচ্ ভবা নাছিল। আপোনাৰ মুখত ক'লা মেঘ উৰা দেখিয়েই মই বুজিছিলোঁ, মোক সন্দেহ কৰা বুলি।"

—"বুজিছিলা যদি বুজিছিলা।"

কিশোৰ ধৰা পৰি গ'ল। ধৰা পৰিব বুলি সিও জানিছিল। সেই কাৰণে মুখৰ ৰং সলাবলৈ সি যত্নও কৰিছিল। কিন্তু, বীণাৰ চকুত ধৰা পৰি গ'ল। তাৰ মুখৰ সকলো প্ৰকাৰ ৰঙকে তাই চিনি পায়। সি লুকুৱাব নোৱাৰে। কেতিয়া কি ভাবে তাই তৎক্ষণাৎ কৈ দিব। মনে মনে সি ভাল পায়। সি গৌৰৱ অনুভৱ কৰে তাইৰ কাৰণে। এনে সুখ কেইজনে পায়। কেইজনী তিৰোতাই নিজৰ গিৰিয়েকৰ ওপৰত ইমান চকু ৰাখে। কেইজনীয়ে গিৰিয়েকক ইমান নিজৰ কৰি লব পাৰে।

যথাসময়ত অতিথি আহিল। কিশোৰ আনন্দত আত্মহাৰা হৈ উঠিল। বীণাৰো আনন্দ। তাই আজি মাক হ'ল। সন্তানৰ মাক। তাইৰ কোলাত শুই থকা সদ্যজাত শিশুটোৰ মাক তায়েই। আৰু দেউতাক! তাইৰ কাষত বহি শিশুটোলৈ চাই থকা জনেই দেউতাক।

গোটেই ৰাতি সিহঁতৰ টোপনি নাহিল। দুয়ো ভাবিলে, কি নাম থোৱা ভাল হব! কেঁচুৱাটোৰে সৈতে বীণা মাটিত শুইছে। লাহে লাহে তাই জনা নামবোৰ এফালৰ পৰা মাতি গৈছে। কোনোবা এটা নাম ভাল লাগিলে তাই ডাঙৰকৈ মাতি চায়। বিচনাৰ পৰা জাপ মাৰি, সি তাইৰ ওচৰলৈ আহি সোধে—"কিবা লাগে নেকি?"

—"একো নেলাগে।"

কিশোৰ বিচনালৈ উভতি যায়। বিচনাত শুই শুই 'সিও ভাবিবলৈ ধৰে, কি নামনো থোৱা ভাল হব। নামৰ কথা ভাবোঁতে ভাবোঁতে তাৰ টোপনি আহে।

বীণাৰ কিন্তু টোপনি অহা নাই। তাই শুনা নামবোৰ একালৰ পৰা মনত পেলাই গৈছে।

শেষ ৰাতি তাইৰ চকু জাপ খাই আহিবলৈ ধৰিলে। ওঁঠদুটা কিন্তু ল'ৰিয়েই আছে। ওঁঠৰ কছৰৎ শেষ হোৱা নাই। এনেতে তাই চিঞৰি উঠিল—"হেৰি! উঠকচোন, উঠক।"

কিশোৰে সাৰ পালে। বীণাই কিবা খোজা বুলি সি তাইৰ ওচৰলৈ আহিল।

—"চাওকচোন! ইয়াৰ নাম মতি থলে কেনেকুৱা হব?"

মাজনিশা লৰাৰ নামাকৰণৰ কথা শুনি সি হাঁহিলে।

—"কওকচোন! নেমাতিলে দেখোন একোকে।" বীণাৰ কথাত আব্দাৰৰ সুৰ।

—"খুব ভাল হব। মতি! এৰা! এই নামটোহে তাৰ গ'াত শুৱাব।"

—"ওঁ। ময়ো তাকেই ভাবিছোঁ।"

—"চাওঁ, আঠুৱাখন অলপ আঁতৰোৱাচোন। তোমাৰ মতিক এবাৰ চাই যাওঁ।"

বীণাই আঠুৱাখন আঁতৰাই দিলে। দূৰৰ পৰা শব্দ কৰি চুমা এটা খাই কিশোৰ আকৌ বিচনালৈ গ'ল।

—"খুব ডাঙৰকৈ খালেচোন। ইমানকণ সৰু লৰা। হজম কৰিব পাৰিব জানোঁ।"

—"দুজনৰ কাৰণে দেই। দুয়ো ভগাই লবা।"

বীণাই আনন্দতে কেঁচুৱাটোক বুকুৰ মাজত সাৱটি ললে। সাৰ পাই, সি কান্দিবলৈ ধৰিলে। তাৰ মূৰটো পিহি পিহি বীণাই তাক শুৱাই থবলৈ ধৰিলে।



তাৰ পিচদিনাখন, কিশোৰ অলপ সোনকালেই অফিচলৈ যাবলৈ ওলাল। দৌৰাদৌৰিকৈ ভাত খোৱা দেখি বীণাই সুধিলে—"এতিয়াচোন ন হে বাজিল। আৰু এঘণ্টা আছে।"

—"আজি কাম বহুত আছে। পাৰিলে অলপ সোনকালে আহিবৰ চেষ্টা কৰিম।"

অফিচলৈ যাওঁ বুলি ওলাই গ'ল যদিও, পোনেই অফিচলৈ নগৈ সি চৌধুৰীৰ ঘৰ পালেগৈ। বীণাৰ মাক দেউতাক বাৰান্দাতে বহি আছিল। কিশোৰে তেওঁলোকক সেৱা কৰিলে। দুয়ো কিশোৰৰ মুখৰ পিনে চাই থাকিল।

কিছুপৰ মনে মনে থাকি সি কলে—"যোৱা কালি আবেলি বীণাৰ লৰা সন্তান এটি জন্ম হৈছে।"

কিশোৰৰ কথাত দুয়ো জ্বলি উঠিল। "এই খবৰ দিবলৈ তোমাক কোনে মাতিছে?"

—"মই নিজেই আহিছোঁ।"

—"তাই আমাৰ ছোৱালী নহয়। তাইৰ কোনো খবৰতেই আমাৰ দৰ্কাৰ নাই।"

দেউতাকে খঙেৰে কলে।

সি অলপ পিচুৱাই আহি কলে—"এই সময়ত ঘৰৰ মানুহ দেখিলে..............।"

—"ঘৰৰ মানুহ তুমি নহয় জানো? তুমিহে তাইৰ নিজৰ। আমি তাইৰ কোন। আমাৰ এজনী ছোৱালী আছিল। নাম আছিল তাইৰ বীণা। তাই মৰিল। ইমানেই। ইয়াতকৈ বেছি আন একো নাই।"

চৌধুৰীৰ কথাত কিশোৰৰ খং উঠিল। একোকে নেমাতি অফিচলৈ সি খোজ ললে।"

টমে বৰকৈ ভুকিবলৈ ধৰা দেখি লেম্‌টো হাতত লৈ অজয়

বাহিৰলৈ ওলাই আহিল। সি দেখিলে, জেনীক পিচে পিচে খেদিছে টমে। প্ৰাণৰ ভয়ত তাই দৌৰিছে।

সি আকৌ সোমাই গ'ল। মতিকাই সুধিলে—"টমে কিয় ভুকিছিল ?"

—"ৰমাহঁতৰ কুকুৰজনী আহিছিল।"

—"ওঁ।" মতিকাই হাঁহিলে।

"মতিয়ে দ্বিতীয় বিভাগত প্ৰবেশিকা পাচ কৰিলে। কিশোৰৰ মনত আনন্দ। এইবাৰ তাৰ সপোন সাৰ্থক হ'ল। পৰিশ্ৰমৰ ফল সি পালে।

মতিক কলেজত নাম লিখি দিয়াৰ কাৰণে কিশোৰে টকা যোগাৰ কৰিবলৈ ধৰিলে। টকাও জানো কম লাগিব! লাগক যিমান লাগে। টকাৰ কাৰণে সি ভয় নকৰে। নিজৰ নহলেও সি আনৰ পৰা লব। তথাপি, সি যিখিনি কৰিব নোৱাৰিলে মতিৰ দ্বাৰাই কৰাব। সি কলেজত পঢ়িব নোৱাৰিলে। আগতে, এই দুখটোৱে তাৰ মনত বৰকৈ ধৰিছিল। এতিয়া তাৰ কোনো দুখ নাই। মতিক সি মানুহ কৰিব। এয়েই তাৰ একমাত্ৰ কামনা।

বীণাক খবৰটো দিয়াৰ কাৰণে সি পোনেই হাস্পাতাললৈ গ'ল। বীণায়ো খুব আনন্দ পালে। শুকান মুখখন জিলিকি উঠিল। বীণাই, তাৰ সোঁহাতখন, দুহাতৰ মাজত লৈ সুধিলে—"আপোনাৰ বৰ কষ্ট হৈছে, নহয় ? কেতিয়া যে যাব পাৰোঁ ইয়াৰ পৰা।"

—"মোৰ কাৰণে তুমি চিন্তা নকৰিবা। মোৰ কি কষ্ট হব।" কিশোৰে কলে।

—"মতি ভালে আছে ?"

—"ওঁ। অহা পৰহীলৈ তাৰ নামটো লিখি দিম বুলি ভাবিছোঁ।"

—"টকা যোগাৰ হল জানো ?"



—"হব। মাজতে আৰু দুটা দিন আছে।"

—"বেছি কষ্ট নকৰিব। আপোনাৰ অসুখ হলে কোনে চাব!"

—"কিয়, তুমি যাবা নহয়।"

—"মোৰ কথা বাদ দিয়ক।"

—"নাপায় নহয়, তেনেকৈ কব। তুমি সোনকালেই ভাল হৈ যাবা। এতিয়া মই যাওঁ। অফিচৰ সময় হ'ল।" কিশোৰে তাইক বুজনি দি তাৰপৰা ওলাই আহি ডাক্তৰক লগ ধৰিলে। ডাক্তৰৰ কথাত নিশ্চিন্ত হৈ সি হাস্পাতালৰ পৰা ওলাল।

বীণাৰ অসুখ হবৰ এমাহেই হ'ল। আগতে ঘৰলৈ ডাক্তৰ নিছিল। কিন্তু, অসুখ ক্ৰমাৎ বাঢ়ি অহা কাৰণে বীণাক হাস্পাতালত থোৱা হ'ল। কিশোৰৰ কষ্ট অৱশ্যে যথেষ্ট হৈছিল। লগে লগে মনৰ চিন্তাও বাঢ়িছিল।

ষোল্ল বছৰৰ মূৰত বীণা আকৌ মাক হবলৈ ওলাইছে। কিশোৰে প্ৰথমে কথাটো বিশ্বাসেই কৰিব পৰা নাছিল। ডাক্তৰে ধেমালি কৰা বুলিহে সি ধৰি লৈছিল।

বীণাৰ কথাত কিশোৰ পতিয়ন যাবলৈ বাধ্য হ'ল। এৰা, তাই মাক হব। সিহঁতৰ ঘৰলৈ আকৌ এজন নতুন অতিথি আহিব। কিমান সুন্দৰ হব।

ডাক্তৰৰ পৰামৰ্শমতে কিশোৰে বীণাক হাস্পাতালত থলে।

মতিকাই তলমূৰ কৰিলে। মতিকাৰ হাতৰ পৰা পৰি যোৱা বহীখন অজয়ে বুটলি ললে।

জুইৰ পোহৰত অজয়ে দেখিলে মতিকাৰ চকুত পানী। সি মতিকাৰ মুখৰপিনে চাই থাকিল। তাৰ দুহাতৰ মাজত বহীখন।

"সিদিনাখন অলপ সোনকালেই কিশোৰ অফিচলৈ ওলাল। তামোলখন মুখত ভৰাই সি মতিক কলে—"গাৰুৰ তলত টকা আছে। লৈ যাবি। সেইখিনিৰে নাম লিখা হব লাগে। মই অফিচৰপৰা বাহিৰে বাহিৰে হাস্পাতাললৈ যাম।"

কিশোৰ ওলাই গ'ল।

মতিয়ে গাৰুৰ তলৰ পৰা টকাখিনি উলিয়ালে। মুঠ যাঠি টকা আছে। আনন্দত তাৰ মুখখন জিলিকি উঠিল। কলেজলৈ যাবলৈ বুলি সি ভাত খাবলৈ বহিল।

এনেতে বাহিৰত কোনোবাই চিঞৰা শুনি, আধাখোৱাকৈ দুৱাৰমুখলৈ সি ওলাই আহিল।

দুৱাৰমুখত বৈ থকা মানুহজনে মতিৰ কাষ চাপি গৈ কলে— "কিশোৰৰ ঘৰ এইটোৱেই, নহয় জানো ?"

মতিয়ে মূৰ দুপিয়ালে।

মানুহজন মৌন হৈ থাকিল। সি একোকে বুজিব নোৱাৰি সুধিলে—"দেউতাৰ কথা আপুনি কিয় সুধিলে ?"

—"নাই, মানে এনেয়ে। ও, অফিচলৈ যাওঁতে তেখেতৰ দুৰ্ঘটনা হ'ল। হাস্পাতালত আছে। তুমি তালৈকে আহা।"

মানুহজন গুচি গ'ল।

দেউতাকৰ দুৰ্ঘটনাৰ কথা শুনি মতিয়ে মূৰটো ঘূৰাই যোৱা যেন পালে। কি কৰিব, সি ভাবি নেপালে। মুখখন ধুই সি হাস্পাতাললৈ দৌৰ মাৰিলে।

মতি হাস্পাতাল পোৱাৰ বহু আগতে কিশোৰ গুচি গৈছে। কোঠাটোত মাথো কিশোৰৰ মৰাশটো বগা কাপোৰ এখনৰে ঢাকি থৈছে। ওচৰত আন কোনো নাই। সি কাষত থিয় হল। সি কন্দা নাছিল। সি একো বুজিব পৰা নাছিল।

এনেতে ডাক্তৰ কোঠাটোলৈ সোমাই আহিল। মতিয়ে ডাক্তৰলৈ চালে। ডাক্তৰ মতিৰ পিনে আগবাঢ়ি আহি তাৰ কান্ধত হাতখন থৈ তলমূৰকৈ থাকিল। তাৰ পিচত ওলাই গ'ল।

ওচৰৰে কোনোবা এটা কোঠাৰ পৰা কেঁচুৱাৰ কান্দোন ভাহি আহিল। সদ্যজাত কেঁচুৱাটোৱে বৰকৈ কান্দিছে। কান্দোন শুনি



তাৰ নিজৰেই বেয়া লাগিল। এখোজ দুখোজকৈ সি আগবাঢ়ি গ'ল।

ভাহি অহা কান্দোনৰ সুৰক লক্ষ্য কৰি যাওঁতে যাওঁতে সি মাক থকা কোঠালিটোৰ দুৱাৰমুখ পালেগৈ।

কেঁচুৱাৰ কান্দোন যেন কোনোমতে বন্ধ নহয়। ভিতৰলৈ যাব বুলি আগবাঢ়ি গ'ল যদিও সি ভিতৰ সোমাব নোৱাৰিলে। কিহবাই যেন পিচৰপিনৰ পৰা তাক টানি ৰাখিছে। সি থিয় হৈ থাকিল। দেউতাকৰ মৃত্যু সংবাদ কোন সতে সি মাকক দিব। কি বুলি সি মাকৰ আগত থিয় হবগৈ।

এনেতে এজনী নাৰ্চে কোৱা তাৰ কাণত পৰিল—"জন্মিয়েই মাকক খালে এইজনীয়ে।"

নাৰ্চজনীৰ কথাত তাৰ বুকুখন কঁপি উঠিল। সকলোপিনে কেবল মৃত্যুৰ বাতৰি। সুখৰ বাতৰি কতো নাই।

সি হেৰুৱালে দেউতাকক আৰু তাই হেৰুৱালে মাকক। দুয়ো একে দুখতে দুখী।

মাতৃহাৰা ছোৱালীজনীক চোৱাৰ লোভ সামৰিব নোৱাৰি সি খিৰিকিৰ কাষত থিয় হলগৈ। ভিতৰত কেইজনীমান নাৰ্চ থিয় হৈ আছে। এজনীয়ে ছোৱালীজনীক কোলাত লৈ আছে। মাকে দেখা নোপোৱা ঠাইত সি থিয় দিছিল। মাকে দেখা পাব বুলি তাৰ ভয় লাগিছিল।

এনেতে মাকৰ বিচনাখন তাৰ চকুত পৰিল। বিচনাত মাক নাই।

নাৰ্চ এজনী ওলাই অহাত সি সুধিলে মাকৰ কথা। তাক পিচে পিচে যাবলৈ কৈ নাৰ্চজনী আগবাঢ়ি গ'ল।

মাকৰ মূৰটো বুকুৰ মাজত লৈ সি চিঞৰি চিঞৰি কান্দিছিল। নাৰ্চকেইজনীয়ে প্ৰবোধ দিছিল। ডাক্তৰে বুজাইছিল।

সি কান্দিবলৈ এৰা নাছিল।

দেউতাক আঁতৰি গ'ল। আঁতৰি গ'ল মাক।
শেষ হৈ গ'ল তেওঁলোকৰ মৰমচেনেহবোৰ।
সেয়েহে সি কান্দিছিল।

শ্মশানত জুইকুৰা দপ্‌দপ্‌কৈ জ্বলি উঠিল। সি একেৰাহে চাই থাকিল।

এসময়ত চিতাৰ জুই শেষ হৈ গ'ল। শেষ হৈ গল মাক দেউতাক। মাত্র পৰি ৰ'ল ক'লা আঙঠাবোৰ।

ৰাবেয়া তাৰ কাষত থিয় হৈ আছিল।

উচুপি উচুপি সি কান্দি আছিল। ৰাবেয়াই তাৰ হাতখনত ধৰি মাতিলে—"এন্ধাৰ হ'ল। ঘৰলৈ যাওঁ বলক।"

সি থিয় হৈ তাইৰ মুখৰ পিনে চালে। তাৰ পিচত ছোৱালী-জনীক তাৰ কোলালৈ আনিলে। তাই চিঞৰিবলৈ ধৰা দেখি ৰাবেয়াই কলে—"বৰকৈ কান্দিছে। মোক দিয়ক।"

তাইৰ কথাৰ কোনো উত্তৰ নিদি সি লাহে লাহে ওলাই আহিল তাৰ পৰা।

এন্ধাৰৰ ক'লা ৰেখাবোৰৰ মাজত ৰাবেয়া থিয় হৈ থাকিল।

মোমায়েকহঁতৰ পদূলিমুখত ৰৈ সি কিবা ভাবিলে, তাৰ পিচত ভিতৰলৈ সোমাই গ'ল।

অলপ পিচত আকৌ সি ওলাই আহিল।

পৃথিবীৰ প্ৰকৃত ছবিখন তাৰ চকুৰ আগত ভাহি উঠিল।

মানুহ ইমান নিষ্ঠুৰ! সি এই প্ৰথম জানিলে।

বজাৰৰ কাষত সি আকৌ লগ পালে ৰাবেয়াক। ৰাবেয়াই প্ৰায় জোৰ কৰিয়েই ছোৱালীজনীক লৈ গ'ল।

ঘৰলৈ আহিও সি শান্তি নেপালে। মনলৈ বহুতো কথা আহিল।



দেউতাকৰ কথা। মাকৰ কথা।
ভনীজনীৰ কথা। ৰাবেয়াৰ কথা!
বহুতো কথা।

চাকৰিৰ কাৰণে সি চেষ্টা কৰিবলৈ ধৰিলে।
এইদৰে এমাহ পাৰ হৈ গ'ল।
অৱশেষত, সি চাকৰি এটা পালে শ্বিলঙত।
ক্ষন্তেকৰ কাৰণে হলেও মুখখন তাৰ উজলি উঠিল।

বাচৰ খিৰিকিৰে মতিয়ে মুখখন উলিয়ালে।

ৰাবেয়া খিৰিকিৰ কাষত থিয় হৈ আছিল।

ৰুমালখনেৰে সি তাইৰ চকুহুটা মচি দিলে। উচুপি উচুপি ৰাবেয়াই কলে—"চিঠি দিব। ভন্টিক সাৱধানে ৰাখিব। সময়মতে চিঠি নেপালে মাই কিন্তু চিন্তা কৰি থাকিব।"

—"তুমি?" এনেয়ে সি সুধিছিল।

তাই হাঁহিছিল।

বাচ এৰি দিলে। মতিয়ে শেষবাৰলৈ চাই ললে ৰাবেয়াক। পদূলিমুখ পাৰ হৈ বাচখন বহুদূৰ পালেগৈ।

ৰাবেয়া তেতিয়াও থিয় হৈ আছিল। বাচখন আঁতৰি যোৱাত তাই দূৰৰ আকাশখনলৈ চাইছিল।

আকাশত মেঘ নাই। অলপো নাই।

দূৰৰ আকাশখন শান্ত।

লাহে লাহে তাই ঘৰলৈ উভতি আহিল।"

দুখ লাগে তাৰ সেইবোৰ ভাবিলে। ৰাবেয়াৰ কথা মনলৈ আহিলে বুকুখন বিষাই উঠে। চকুহুটাই কিবা কবলৈ বিচাৰে।

মতিকাৰ মৰমসনা মুখখন তাৰ চকুৰ আগত ভাহে। কিমান মৰম কৰিছিল তাক। কেনেকৈ পাহৰিব সি মতিকাক।

সি গিলাচটো আকৌ ওঁঠহুটাৰ মাজত লগাই ধৰে।
মনটো পাতল যেন লাগে।
মুখখনে ভাল লগাকৈ হাঁহে।
অতীতৰ স্মৃতিবোৰ এটা এটাকৈ তাৰ মনলৈ আহে।
সি ভাবে। কান্দে।
ভাবি ভাবি কান্দে।

**প্ৰথম খণ্ড সমাপ্ত**

